কমলাদেবী  শিশু সাহিত্য

# আনন্দৰাম বৰুৱা

শ্ৰীসোণাৰাম শইকীয়া।

কমলা-দেবী শিশু সাহিত্য

# আনন্দৰাম বৰুৱা।

( চমু জীৱনী )

লিখক—

শ্ৰীসোণাৰাম শইকীয়া।

শিক্ষক।

বেছেৰীয়া ছাত্ৰবৃত্তি স্কুল।

তেজপুৰ।

প্ৰথম সংস্কৰণ

১৯৪১




বেচ—পাঁচ অনা।

প্ৰকাশক—
বি, আৰ, কলিতা এণ্ড কোং
তেজপুৰ, অসম।

ছপা আৰু ব্লকৰ কাম—
শ্ৰীগগন চন্দ্ৰ পাটোৱাৰী
১৪০এ কেশৱ সেন ষ্ট্ৰীট, কলিকতা

প্ৰিণ্টাৰ—বি, বি, ঘোষ
ললিত প্ৰেছ
৮১, সিমলা ষ্ট্ৰীট, কলিকাতা

# উৎসৰ্গ

স্বৰ্গীয়া

মাতৃ দেৱীৰ পাদপদ্মৰ স্মৃতিত

অভাজন পুত্ৰৰ ভক্তি পুষ্পাঞ্জলি স্বৰূপে

অৰ্পিত

হল।

তেজপুৰ

১৭ জানুৱাৰী, ১৯৪১

প্ৰণত—

—ৰুপা—

# —লিখকৰ নিবেদন—

অসম সাহিত্য সভাই অসমৰ কেইজনমান খ্যাতনামা মহাপুৰুষৰ চমু জীৱনী বিচাৰি জাননী দিয়াত অভাজনেও আনন্দৰাম বৰুৱাদেৱৰ জীৱনী লিখি সাহিত্য সভালৈ ১৯৩৭ চনতে পঠোৱা হৈছিল। কিন্তু পৰীক্ষকসকলে পৰীক্ষা কৰি কিতাপখন অলপ চমু কৰিবলৈ বুলি পুনৰ পঠাই দিলে। গতিকে আগতকৈ অলপ চমু কৰি সাহিত্য সভালৈ পঠোৱাত সভাই পুৰস্কাৰৰ উপযুক্ত বুলি প্ৰকাশ কৰিবলৈ অনুমতি দিলে।

সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীযুত পূৰ্ণানন্দ শৰ্ম্ম পাঠকদেৱে কিতাপখনিৰ এটি সুদীঘ পাতনি লিখি লিখকক নতৈ উদগনি দিছে।

কিতাপখনি লিখোঁতে কেইবাজনো খ্যাতনামা লিখকৰ কিতাপৰ পৰা স্বৰ্গীয় বৰুৱা দেৱৰ জীবনৰ আৱশ্যকীয় কথাৰ সহায় লোৱা হৈছে। বিশেষকৈ ৺আনন্দৰাম বৰুৱাৰ জীবনী লিখক অধ্যাপক শ্ৰীযুত সূৰ্য্য কুমাৰ ভূঞা দেৱৰ কিতাপখনিৰ পৰা যথেষ্ট সহায় পাইছোঁ। কিছু-মান কথা বৰুৱা দেৱৰ নিজমুখৰ কথা বুলি ভূঞা দেবৰ পুথিৰ পৰা হুবহু তুলি দিয়া হৈছে। সেইবাবে ভূঞা দেৱৰ ওচৰত লিখক ঋণী। পুৰস্কাৰ প্ৰদান কৰি নতুন লিখকক উৎসাহিত কৰা বাবে সাহিত্য সভাক অন্তৰৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

সাহিত্য সভাৰ নিৰ্দ্দেশ অনুসৰি কিতাপৰ ভাৱ, ভাষা সহজ কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰা হৈছে। সৰু সৰু ছাত্ৰ ছাত্ৰীৰ উপযুক্ত কৰি বাক্যবিলাক চুটি আৰু বৰুৱাৰ কৰ্ম্মময় জীৱনক বহুত সৰু সৰু ভাগত ভাগ কৰি দিয়া হৈছে।

এই ক্ষুদ্ৰ পুথিখনিয়ে কণ-কণ পোনাহঁতৰ কিঞ্চিৎমানো উপকাৰত আহিলে লিখকৰ পৰিশ্ৰম সফল হব আৰু সাহিত্য সভাৰো সুমহান উদ্দেশ্য সফল হব। ইতি—

৩ মাঘ।
১৮৬২ শকাব্দাঃ,
১৯৪১ ইং চন।

বিনীত—
**শ্ৰীসোণাৰাম শইকীয়া**
তেজপুৰ।

# পাতনি

"অসমৰ মহৎ লোকসকলৰ এলানি শিশুপাঠ্য চৰিতাৱলী লিখাই কম মূল্যত প্ৰকাশ কৰিবৰ কাৰণে যুগুত ব্যৱস্থা কৰিবলৈ 'কমলাদেৱী ট্ৰাষ্ট বৰ্ড'ক এই সন্মিলনে বিশেষ অনুৰোধ কৰে।"—এয়ে আছিল ১৯৩৪ চনৰ বড়দিনৰ বন্ধত মঙ্গলদৈত বহা পঞ্চদশ সাহিত্য সন্মিলনৰ ত্ৰয়োদশ প্ৰস্তাৱ। এই প্ৰস্তাৱ কাৰ্য্যত পৰিণত কৰিবৰ অৰ্থে ২০।১১।৩৫ তাৰিখৰ কাৰ্য্য নিৰ্ব্বাহক সমিতিত পাঁচ জন সভ্যেৰে এটি শাখা সমিতি গঠিত হয়। ১৫।১০।৩৬ তাৰিখে উক্ত শাখা সমিতিয়ে দহ জন মান নিৰ্দ্দিষ্ট অসমীয়া কৃতী পুৰুষৰ শিশুপাঠ্য চমু জীৱন চৰিতৰ নিমিত্তে পুৰস্কাৰ প্ৰতিযোগিতাৰ বিধান কৰিবলৈ আৰু প্ৰত্যেক মনোনীত জীৱনীৰ নিমিত্তে ২০৲ কুৰি টকাকৈ পুৰস্কাৰ দিবলৈ মীমাংসা কৰে। ১৮।১২।৩৬ তাৰিখে কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে উক্ত শাখা সমিতিৰ মীমাংসা অনুমোদন কৰে আৰু পুৰস্কাৰ প্ৰতিযোগিতাৰ অৰ্থে জীৱনী সংগ্ৰহৰ সময় ৩০।৬।৩৭ তাৰিখলৈকে ধাৰ্য্য কৰি জাননী দিবলৈ প্ৰধান সম্পাদকক নিৰ্দ্দেশ দিয়ে। উক্ত তাৰিখৰ ভিতৰত আশানুৰূপ সৰহীয়াকৈ জীৱনী সংগ্ৰহ নোহোৱা বাবে ১৪।৭।৩৭ তাৰিখে কাৰ্য্য নিৰ্ব্বাহক সমিতিয়ে পুনৰ ৩০।১০।৩৭ তাৰিখলৈকে সময় বঢ়াই দিয়ে।

প্ৰতিযোগিতাৰ নিমিত্তে পোৱা জীৱনী খিনি পৰীক্ষা কৰিবৰ নিমিত্তে ২৫।১১।৩৭ তাৰিখে কাৰ্য্য নিৰ্ব্বাহক সমিতিয়ে তিনিজন সভ্যক পৰীক্ষক মনোনীত কৰে। একাধিক কাৰণ বশতঃ পূৰ্ব্ব নিযুক্ত পৰীক্ষক সকলৰ পৰা কাৰ্য্য সমাধা নোহোৱা বাবে ২৫।৪।৩৮ তাৰিখে কাৰ্য্য নিৰ্ব্বাহক সমিতিয়ে নতুনকৈ অন্য তিনিজন সভ্যক নিয়োগ কৰিব লগীয়া হৈছিল। প্ৰত্যেক খন জীৱনীৰ সম্পৰ্কে তিনিজন পৰীক্ষকৰ মত সংগ্ৰহ কৰোঁতে আৰু

এবছৰ পাৰ হৈ গল। শেহত কাৰ্য্য নিৰ্ব্বাহক সমিতিৰ ২৪।১।৪০ তাৰিখৰ অধিবেশনত পৰীক্ষক সকলৰ অভিমত অনুমোদন ক্ৰমে ছখন মনোনীত জীৱন চৰিতৰ বাবে কমলা দেৱী ট্ৰাষ্ট ফণ্ডৰ পৰা পুৰস্কাৰ দিবলৈ স্থিৰ কৰা হয়; আৰু তিনিখন জীৱন চৰিত পৰীক্ষক সকলৰ মন্তব্যেৰে সৈতে আৱশ্যকীয় সংশোধনৰ নিমিত্তে পঠাবলৈ মীমাংসা কৰা হয়। উক্ত মীমাংসা অনুসৰি সংশোধিত হোৱা ৺আনন্দ ৰাম বৰুৱাৰ এই জীৱনী ২৬।৯।৪০ তাৰিখৰ কাৰ্য্য নিৰ্ব্বাহক সমিতিৰ অধিবেশনত পুৰস্কাৰৰ নিমিত্তে মনোনীত হয়।

কমলাদেৱী ট্ৰাষ্ট ফণ্ডৰ উদ্দেশ্য সাধনৰ অৰ্থে পঞ্চদশ সাহিত্য সন্মিলনৰ সূচনা মতে আৰু কাৰ্য্য নিৰ্ব্বাহক সমিতিৰ বিধান অনুসৰি কৃতবিদ্য শিক্ষক আৰু সাহিত্যিক শ্ৰীযুত সোণাৰাম শইকীয়াই লিখা স্বৰ্গীয় আনন্দৰাম বৰুৱা ডাঙৰীয়াৰ এই জীৱন চৰিত্ৰৰ বাবে অসম সাহিত্য সভাৰ পৰা পুৰস্কাৰ দিয়া হৈছে। কোমল-মতি ছাত্ৰ ছাত্ৰী সকলৰ উপকাৰৰ অৰ্থে যুগুত কৰা এই জীৱন চৰিতৰ বাবে লিখক আমাৰ ধন্যবাদৰ পাত্ৰ। শিশু পাঠ্য সাহিত্য স্বৰূপে অসমীয়া ৰাইজৰ আদৰ পালে লিখকৰ উদ্যম আৰু সাহিত্য সভাৰ উদ্দেশ্য সফল হ'ব। ইতি—

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
**যোৰহাট**
১১, আঘোন, ১৮৬২ শক
ইং ২৭-১১-৪০

বিনীত—
**শ্ৰীপূৰ্ণানন্দ শৰ্ম্মা পাঠক**
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা।

# আনন্দৰাম বৰুৱা

## ( জীৱনী )



মহত মহা পুৰুষৰ জীৱনীয়ে জনায়,
আমিও কৰিব পাৰোঁ জীৱন মহান।
অভিনয় শেষ হলে আমিও এৰি যাব পাছে,
থৈ যাব পাৰোঁ খোজ সময় বালিত। ( ভাঙনি )

নিজৰ জীৱন গঢ়ি তুলিবলৈ যে মহৎলোকৰ চৰিত্ৰ জানিব লাগে, তাক ওপৰৰ কথাষাৰৰ পৰাই ভালদৰে বুজিব পাৰি। মহৎলোকৰ জীৱনী পাঠ উন্নতিৰ প্ৰধান সহায়। উন্নতি কৰিবলৈ মানুহ মাত্ৰৰেই আগ্ৰহ থাকে। তথাপি নিজে সুগম পথ বাচি লব নোৱাৰাত বহুতে দুৰ্গতি ভোগে। গতিকে প্ৰথমেই সেই উপায় বাচি লব পাৰিব লাগিব। মহৎলোকৰ চৰিত্ৰ

পাঠ কৰিলেই সেই উপায় আৰু উন্নতিৰ বাটত থকা বিপদবোৰৰ তৰণৰ উপায় পোৱা যায়। কথাতে কয়,—"ধানটোৱে পতি কণটো, মানুহটোৱে পতি মনটো।" মানুহ ভেদে স্বভাৱো বেলেগ বেলেগ। এজনৰ লগত আনজনৰ স্বভাৱ নিমিলে। সেই বাবেই একে বাটে কোনেও উন্নতি কৰিব নোৱাৰে। কেইবাজনো মহৎলোকৰ চৰিত্ৰ মিলাই চালে, তেখেতসকলে বেলেগ বেলেগ বাটে উন্নতি কৰা দেখিবলৈ পাম। নতুন উন্নতি পথৰ যাত্ৰীয়ে তাৰপৰা নিজৰ উপযুক্ত পথ বাচি লব জানিব লাগিব।

নকৰা কাম পোনতে কৰিবলৈ হলেই টান হয়। যদি এজনে এবাৰ সেই কাম কৰি দেখুৱাই দিয়ে তেন্তে পাছলৈ সি সহজ হয়। সেই কাৰণে কোনো কামৰ আৰম্ভনিতে শিক্ষকৰ আৱশ্যক হয়। নিশিকাকৈ কোনো কামকে আৰু মাৰি কৰিব নোৱাৰি। এনেকি, অতি সহজ হালবোৱা কামো শিকিলেহে কৰিব পাৰে। উন্নতিৰ পথতো তেনেকৈ এজন শিক্ষাগুৰু লাগে। মহৎলোকৰ চৰিত্ৰই সেই শিক্ষক · তেখেতৰ কাৰ্য্যই উপদেশ।

নাটক পঢ়িলে পঢ়োতাৰ মনত নাটকৰ প্ৰধান নায়কৰ নিচিনা হবলৈ ইচ্ছা হয়। সেইদৰে মহৎলোকৰ জীৱনী পাঠ কৰিলেও মহৎলোক হবলৈ ইচ্ছা হয়। মহৎলোকৰ আহিয়ে মনৰ ভাৱ ওখ কৰি অসৎ প্ৰবৃত্তিবিলাক দমন কৰে। আমি আদৰ্শ পুৰুষ বুলি ধৰিব পৰা বহুত লোকে জন্মগ্ৰহণ কৰিছে;

কিন্তু সকলোকে লগ পাবলৈ আমাৰ সুবিধা বা সুযোগ নিমিলে। সেইদেখি তেওঁলোকৰ চৰিত্ৰ পাঠ কৰিয়েই বহুত শিকিব পাৰে।।

জীৱন চৰিতত এজন মানুহৰ জীৱনী বহলাই লিখা থাকে। সেই কাৰণে মানুহজনৰ সকলো বিষয়ে ভালকৈ জানিব পাৰে। মহৎলোকৰ জীৱনত হোৱা প্ৰধান ঘটনা কেইটাৰ বিষয়ে জানিলেই নহয়। তেওঁৰ জীৱনত হোৱা সৰু সৰু কাম বিলাককো ভালদৰে চাব লাগে। সাধাৰণ কামবিলাকৰ পৰাহে মানুহৰ চৰিত্ৰ ভাল বেয়া ধৰিব পাৰি। যি জনক আদৰ্শ মানি লোৱা যায় তেওঁৰ জীৱনী ভালদৰে জানিব লাগিব।

তেনে এজন আদৰ্শ পুৰুষ ৺আনন্দৰাম বৰুৱা, যি জনাই গোটেই জীৱন সংস্কৃত সাহিত্যৰ সেৱা কৰি জগতত মৰিও অমৰ হৈ ৰ'ল। দুখুনী অসমত বহুত মহৎলোকে জন্ম ধৰিছে; কিন্তু আমি কেইজনৰ আদৰ্শ মানি চলিছোঁ? অসমৰ মহাত্মা সকলক বিদেশীয়ে নিজৰ কৰি লবলৈ চেষ্টা কৰিছে। কাৰণ অন্য দেশবাসীয়ে গুণীৰ গুণক পূজা কৰে। যি মহৎলোকৰ গৌৰৱত কামৰূপে জগত পোহৰাইছিল, যাৰ নামৰ গৰিমা আজিও জগতে বখানিব লাগিছে, সেই দিন আকৌ আহিব, যদি আমি গুণীৰ গুণক পূজা কৰোঁ।

# ৺আনন্দৰাম বৰুৱাৰ বংশ পৰিচয়।




১৫শ শতিকাত কোঁচবিহাৰত কোঁচ বংশৰ বিখ্যাত ৰজা নৰনাৰায়ণে ৰাজত্ব কৰিছিল। সেই সময়ত আহোম ৰজা চুখাম্ফা স্বৰ্গদেৱ আছিল। মহাৰাজ নৰনাৰায়ণে ১৫৭৭ খৃঃ অঃৰ আহাৰ মাহত চুখাম্ফা স্বৰ্গদেৱলৈ নজৰ পঠাই কেইবিধমান বস্তু দিয়ে। বস্তুৰ লগতে কটকীৰ হাতত এখন চিঠিও দিছিল। নজৰ পঠোৱা বস্তুবিলাক—এটা গাৰু, এখন কাময়ন ধনু,

চেঙামাছ এটা, তুজনী ঘোঁৰা, ৫ খন পাটৰ শাৰী আৰু এখন জাকৈ। এইবোৰ বস্তুৰ প্ৰত্যেকৰে একোটা বিশেষত্ব আছিল। গৰুৰ গিলিপটো মানুহৰ ভুকুৰ ছালৰ, ধনুৰ আগগুৰি চিন নাই, চেঙামাছটোৰ জন্মস্থান আৰু ঘোঁৰা তুজনীৰ মাক জীয়েক চিনি দিব লাগে। বস্তুবোৰ পাই আহোম ৰাজ বিষয়া সকলে বিশেষকৈ এনেদৰে উলিয়ালে—ঘোঁৰা তুজনী বহুত বাট চেকৰাই অলপ আতৰা ঠাঁতৰিকৈ ৰখালত মাকৰ কাষলৈ জীয়েক চাপি গল। ধনুখন পানীত পেলোৱাত গুৰিফালে অলপ পানীত সোমাল। জাকৈখন অথাউনি পানীত হে বাব পাৰি। শাৰীৰ বিষয়ে বৰগোহায়ে কলে—"আমাৰ দেশৰ খাৰ্চ্ছাই (বাচিয়া) তিৰোতাবোৰেহে শাৰী পিন্ধে। কটকী হৈ তিৰোতাৰ সাজ আনিবলৈ লাজ নেলাগিল নে?" কিন্তু চিঠি-খন ৰজাৰ বিষয়া কোনেও পঢ়িব নোৱাৰিলে। কাৰণ কাকত খনত আখৰ নাই। শেষত ৰজাই দুৰ্গাচৰণ বৰকাকতীক মাতি চিঠিখন পঢ়িবলৈ দিলে। বৰকাকতীয়ে ৰাতি আৰিয়া গুচাই চিঠি পঢ়িলে। স্বৰ্গদেৱে বৰকাকতীৰ বুদ্ধিক প্ৰশংসা কৰি, সেই দিনাৰে পৰা তেওঁক মজিন্দাৰ খিতাপ দিলে। সেই দিনৰ নিয়ম অনুসৰি খিতাপৰ লগতে মাটিবাৰী, বেটা-বন্দীও দিলে। আৰু দুৰ্গাচৰণৰ বংশৰ কোনো লোক ডাঙৰ জগৰীয়া হলেও প্ৰাণদণ্ডৰ পৰা মুক্তি দি তামৰ ফলি দান কৰিলে। কেচু-ৰসেৰে লিখা চিঠিখনৰ আখৰবিলাক আন্ধাৰত মাণিকৰ দৰে উজ্বল হৈ উঠিছিল বাবেই তেওঁকো মাণিকচন্দ্ৰ নাম দিলে।

মাণিকচন্দ্ৰৰ ৩ টা পুতেক। দামোদৰ, মাটিখোৱা আৰু পৰশুৰাম। দামোদৰৰ পুতেক দুখীয়া বৰকাকতী। দুখীয়া বৰকাকতীৰ পুতেক সহজানন্দ। সহজানন্দৰ পুতেক দশৰথ, দশৰথৰ পুতেক কমললোচন আৰু কমললোচনৰ পুতেক বন্ধুৰাম মজিন্দাৰ বৰুৱা। বন্ধুৰামৰ পুতেক ৰঘুনাথ, ৰঘুনাথৰ পুতেক গৰ্গৰাম বৰুৱা।

মাণিকচন্দ্ৰ বৰুৱাৰ বংশধৰ গৰ্গৰাম বৰুৱা আহোম ৰজাৰ শেষ মজিন্দাৰ বৰুৱা। তেওঁৰ বংশত উপযুক্ত লোক নথকাত গৰ্গৰামে সৰুতে সেই বাব লয়। সেই কাৰণে তেওঁক পোৱালী বৰুৱা বুলিও জনা যায়। মজিন্দাৰ বৰুৱাৰ কাম আছিল, ৰজাৰ হৈ হিচাব ৰখা আৰু ৰজাৰ হুকুম অনুসৰি অন্যদেশৰ ৰজালৈ চিঠি পত্ৰ লিখা। তদুপৰি অন্যদেশৰ পৰা ৰজালৈ অহা চিঠি ৰজাক পঢ়ি শুনোৱাও বাব আছিল

মানে অসম দেশ আক্ৰমণ কৰোঁতে গৰ্গৰামক ধৰি নিছিল; কিন্তু বুধিয়ক গৰ্গৰাম পলাই আহিল সেই বাবেও "বৰুৱা" উপাধি পালে বুলি শুনা যায়।

ইংৰাজ ৰাজত্বৰ আদিতে ডাঙৰ বংশৰ প্ৰতিভাশালী লোক বাচি ৰজাধৰীয়া বিষয়া কৰিছিল। গৰ্গৰামেও ইংৰাজ ৰাজত্বত সদৰ আমীনৰ বাব পাইছিল। তেতিয়াৰ সদৰ আমীনৰ কাম আজিকালিৰ মুন্সিফৰ দৰে আছিল। আজিৰ দৰে ইংৰাজী শিক্ষাৰ প্ৰচলন তেতিয়া নাছিল। ডাঙৰ বিষয় পাবলৈকো ইংৰাজীৰ বিশেষ আৱশ্যক নাছিল। গৰ্গৰামে নিজৰ

সহজ বুদ্ধি আৰু জ্ঞানৰ দ্বাৰাই সেই কাম সুকলমে চলাইছিল।

গৰ্গৰাম বৰুৱাই দুগৰাকী তিৰোতা বিয়া কৰায়। ১ম গৰাকী উজনীৰ বলাইৰাম বৰুৱা মৌজাদাৰৰ জীয়েক দুৰ্লভে-শ্বৰী বৰুৱানী, ২য় গৰাকী বিয়া কৰাইছিল বজালীৰ কঢ়ালৰ বংশৰ। নাম আছিল পূৰ্ণিমা। পূৰ্ণিমাক বিয়া কৰাওঁতে গৰ্গৰাম বৰুৱা নলবাৰী মহকুমাৰ অধিপতি আছিল। সেই বিয়াত তেওঁৰ প্ৰথমা ভাৰ্য্যা দুৰ্লভেশ্বৰী উত্তৰ গুৱাহাটীৰ ৰজা-দুৱাৰত আছিল। সেই ৰজাদুৱাৰতে ১৮৫০ খৃঃ অঃ ৰ মেই মাহত (১৭৭২ শকৰ জেঠ মাহত) গৰ্গৰাম বৰুৱাৰ ঔৰষত দুৰ্লভেশ্বৰী বৰুৱানীৰ গৰ্ভত অসম আইৰ সু-সন্তান আনন্দৰাম বৰুৱাই জন্ম গ্ৰহণ কৰে।

দুৰ্লভেশ্বৰী বৰুৱানীৰ ৪টা সন্তান। পৰশুৰাম, জানকী-ৰাম, আনন্দৰাম আৰু মণিৰাম। পূৰ্ণিমাৰ ফালৰ ৪টা সন্তানৰ এটা সৰুতে মৰে। বাকী ৩টাৰ নাম আত্মাৰাম, অমৃতৰাম আৰু কেশৱৰাম।

**আনন্দৰামৰ বাল্যকাল**ঃ—৺আনন্দৰাম বৰুৱা ৭।৮ বছৰতে মাতৃ সুখৰ পৰা বঞ্চিত হয়। পোনতে তেওঁ গাঁৱলীয়া পঢ়াশালিতে শিক্ষা লাভ কৰিছিল। বাল্যাৱস্থাত বৰুৱাই ধেমালি কৰিহে বেচি ভাল পাইছিল। কামৰূপৰ উপৰ বৰভাগ মৌজাৰ মৰোৱা গাঁৱৰ হৰগোবিন্দ শৰ্ম্মাই বৰুৱাক সংস্কৃত পঢ়াইছিল। পণ্ডিতজন তেওঁলোকৰ ঘৰতে থাকি পূজা-পাতল

কৰে। তাকে দেখি আনন্দৰামেও মাটিৰ মূৰ্ত্তি সাজি ফুল-তুলসী গোটাই ধেমালি কৰিছিল। এইজন পণ্ডিতৰ পাছত অন্য এজন পণ্ডিতে ঘৰতে বৰুৱাক ব্যাকৰণ শিকাইছিল।

বৰুৱাদেৱ গাৱঁলীয়া পঢ়াশালিত পঢ়া সময়ত ককায়েক পৰশুৰাম জাহাজ কোম্পানীৰ এজেণ্ট আছিল। নিজৰ কামৰ সুবিধাৰ বাবে গুৱাহাটীৰ উজান বজাৰতে ঘৰ সাজি বসতি কৰিছিল। আনন্দৰাম যেতিয়া অলপ জনাবুজা হল, তেতিয়া পৰশুৰামে ভায়েকক নিজৰ লগতে ৰাখি গুৱাহাটীৰ গবৰ্ণমেণ্ট স্কুলত নাম লিখাই দিলে। ইয়াৰ কিছু দিনৰ পাছত বাপেক গৰ্গৰাম গোৱালপাৰালৈ বদলি হোৱাত, পুতেক আনন্দৰামকো লৈ গৈ গোৱালপাৰা হাইস্কুলত পঢ়িবলৈ দিয়ে। গৰ্গৰাম বৰুৱাই ১৮৬৩ চনত পেঞ্চন লোৱাত, আনন্দৰামক আকৌ ককায়েক পৰশুৰামৰ লগতে লৈ গুৱাহাটী হাইস্কুলত পঢ়িবলৈ দিলে। গুৱাহাটীতে পৰশুৰাম বৰুৱাৰ ১৮৭৭ চনত ৫০ বছৰ বয়সত মৃত্যু হয়

সৰুৰে পৰা আনন্দৰাম বৰুৱা পঢ়াশুনাত বৰ মনোযোগী ছাত্ৰ আছিল। নিজ্জন ঠাইত থাকিহে তেওঁ ভাল পাইছিল। বৰুৱাই পঢ়াশুনাৰ বাহিৰে অন্য কামলৈ বেছি মন নিদিছিল। সকলোতে বৰুৱাই একাগ্ৰতা গুণৰ পৰিচয় দিছিল। সেই বাবেই কয়,—"যি লাই বাঢ়িব তাৰ দুপতীয়াতেই চিন।"

সকলোতকৈ আনন্দৰামে ভাল পাইছিল সংস্কৃত পঢ়ি। স্কুলত পঢ়ি থাকোতেই তেওঁ "অমৰকোষ" খন মুখস্থ মাতিব পৰিছিল।

সেই কালতে বৰুৰাৰ সংস্কৃত ব্যাকৰণ আৰু অলঙ্কাৰত বিশেষ অভিজ্ঞতা হৈছিল। ধেমালি কৰোঁতেও সংস্কৃত শ্লোক বিলাক মুখস্থ মাতিছিল। যেতিয়া আনন্দৰামে মনোযোগেৰে পাঠ পঢ়ি থাকে, তেতিয়া তেওঁক কিবা ক'লে নুশুনিছিল। কেইবাবাৰো মতাৰ পাছতহে চক্ খাই উঠিছিল।

জানকীৰাম আনন্দৰামৰ ২য় ককায়েক। তেওঁ গুৱাহাটী হাইস্কুলত শিক্ষকতা কাম কৰিছিল। কাম কৰি থকা কালতে ১৮৬০ চনত টান নৰীয়া হয়। তেওঁৰ লগতে আনন্দৰামো জ্বৰত পৰিছিল। কিন্তু তেওঁ ভাল হয় আৰু ককায়েকৰ ২১ বছৰ বয়সত সেই জ্বৰতে মৃত্যু হয়।

আনন্দৰাম গুৱাহাটী হাইস্কুলত পঢ়োঁতে তাৰ প্ৰধান শিক্ষক আছিল ৺ জন্মেজয় দাস। আনন্দৰামৰ সহপাঠী আছিল, ৺ফটিক চন্দ্ৰ বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা, ডাঃ জালনুৰ আলি আহ্মদ, ডাঃ শিৱৰাম বৰা প্ৰভৃতি। প্ৰধান শিক্ষক জন্মেজয় দাসৰ উদগনিতে এই ছাত্ৰসকলৰ উচ্চশিক্ষাৰ অৰ্থে বিলাতলৈ যাবলৈ হেপাহ জন্মে।

আনন্দৰামে ৺চন্দ্ৰমোহন গোস্বামী দেৱকো শিক্ষক ৰূপে পাইছিল। গোস্বামী ডাঙৰীয়া স্কুলৰ ডেপুটি ইন্সপেক্টৰ আছিল। সেই সময়ত স্কুলৰ শিক্ষক আৰু পৰিদৰ্শক সকলৰ কামৰ ইমান বন্ধাধৰা নিয়ম নাছিল। আনন্দৰাম বৰুৱা আৰু তেওঁৰ সহপাঠী সকলে, স্কুলৰ ইংৰাজী শিক্ষক জনৰ শিক্ষা প্ৰণালী ভাল পোৱা নাছিল। সেই বাবে ছাত্ৰসকলে তেওঁ

লোকক ইংৰাজী পঢ়াবলৈ গোস্বামী দেৱক অনুৰোধ কৰে। গোস্বামী দেৱেও ওপৰঞ্চি শিক্ষক স্বৰূপে তেওঁলোকক ইংৰাজী পঢ়ায়। আনন্দৰামে সৰুৰে পৰা সংস্কৃত আৰু গণিত বিষয়হে ভাল পাইছিল। সেই কাৰণে ইংৰাজী বিষয়ত বিশেষ পাৰদর্শিতা দেখুৱাব নোৱাৰিছিল।

১৮৬৪ চনৰ ডিচেম্বৰ মাহত ইংৰাজী পৰীক্ষা দিব লাগিছিল। বিধিৰ বিপাকত তাৰ কিছুদিনৰ আগতে তেওঁৰ নবীয়া হল। পৰীক্ষা দিয়াতো অৱশ্যম্ভাৱী বুলি ভাবি তেওঁৰ গাৰে সুমথিৰা টেঙ্গা খায়েই পৰীক্ষা দিছিল। তথাপিও ২য় বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি বৃত্তি লাভ কৰে। তেতিয়া তেওঁৰ বয়স মুঠেই ১৪ বছৰ ৬ মাহ।

এণ্ট্ৰেন্স পাছ কৰি পঢ়িবৰ কাৰণে ১৮৬৫ চনত কলিকতালৈ গৈ প্ৰেচিডেন্সি কলেজত নাম লগায়। এয়ে তেওঁৰ প্ৰথম প্ৰবাস। সেই দিনত ইমান কম বয়সতে কলিকতাত থাকি পঢ়াও চিন্তাৰ বিষয়। তেওঁ কলিকতালৈ যোৱাৰ কেইবা বছৰৰ পাছতহে গুৱাহাটীত চাৰ হেন্ৰী কটন চাহাবৰ নামে কটন কলেজ স্থাপন কৰে। কলিকতালৈ যোৱাৰ আগতে বৰুৱাৰ দেশ বিদেশৰ বিষয়ে কোনো ধাৰণাই নাছিল। কলিকতা পূব আৰু পশ্চিম দেশৰ শিক্ষাৰ মাজঠাই। সেই গতিকে বৰুৱাই তাতে দেশ বিদেশৰ আও ভাও বুজি নিজৰ কৰ্ত্তব্য স্থিৰ কৰিবলৈ সুবিধা পালে।

বৰুৱাই কলিকতাত কলেজৰ সৈতে লগালগি হিন্দু

হোষ্টেলত থাকিবলৈ লয়। প্ৰথম অৱস্থাত বৰুৱাৰ প্ৰতিভা বিকাশ হবলৈ সুবিধা পোৱা নাছিল ; কিন্তু পাছলৈ তেওঁৰ মেধা শক্তি স্পষ্ট হৈ উঠিল। বৰুৱাৰ প্ৰতিভাৰ প্ৰথম চিনাকি পায় কলেজৰ গণিত অধ্যাপক ৺গুৰুদাস বন্দোপাধ্যায় মহাশয়ে। তেখেতে ছাত্ৰক অঙ্ক কৰিবলৈ দি, কোনে কেনেকৈ কৰে তাক চাই কৰিছিল। আনন্দৰামে যেনে কঠিন অঙ্ক হওক সহজ নিয়মে অতি কম সময়ৰ ভিতৰতে কৰি শেষ কৰিছিল। এয়ে ভাৰতৰ এমূৰীয়া ৰাজ্যৰ পৰা যোৱা প্ৰতিভাৰ সমাদৰ। অধ্যাপক গুৰুদাসে বৰুৱাক এই দৰে শলাগিছিল, "আনন্দৰাম বৰ নম্ৰ আৰু মই-বৰ ভাৱ নোহোৱা মানুহ আছিল। তেওঁৰ গণিতত অতি আচৰিত প্ৰণালী খটুৱাই, সহজ ভাৱে কাৰ্য্য পৰা গুণ আছিল। কলেজৰ পঢ়াও বৰ সন্তোষজনক।"

প্ৰেচিডেন্সি কলেজৰ ১ম বাৰ্ষিক শ্ৰেণীত তেওঁৰ সহপাঠি আছিল ৺ৰমেশ চন্দ্ৰ দত্ত, কাৰ্ত্তিক চন্দ্ৰ মিত্ৰ, ত্ৰৈলোক্য নাথ বসু, বিহাৰী লাল গুপ্ত আৰু উমাকালী মুখাৰ্জ্জী। ইয়াৰ ভিতৰত কাৰ্ত্তিক চন্দ্ৰ মিত্ৰ আৰু ত্ৰৈলোক্য নাথ বসু গণিতত বৰ পাৰ্গত আছিল ; কিন্তু আনন্দৰাম তেওঁলোকতকৈও চোকা বুদ্ধিৰ আছিল।

আনন্দৰামে ১৮৬৬ চনৰ ডিচেম্বৰ মাহত এল-এ ( পাছত এফ-এ আৰু বৰ্ত্তমান আই-এ ) পৰীক্ষা দিয়ে। সেই পৰীক্ষাত গণিতত তেওঁ সৰ্ব্বপ্ৰথম স্থান অধিকাৰ কৰিছিল। আৰু বিশ্ববিদ্যালয়ৰ ১ম বিভাগৰ ৬ষ্ঠ স্থান পাইছিল। যিজন ছাত্ৰই প্ৰবেশিকা পৰীক্ষাত ২য় বিভাগতহে পাছ কৰিছিল, সেই ছাত্ৰই

ইমান উন্নতি কৰাতো বাস্তৱতে গৌৰৱৰ বিষয়। ইয়াৰ উপৰিও গণিতত ১ম হোৱা বাবে "ডাফ্ স্কলাৰ্চিপ" নামৰ এটা বৃত্তি লাভ কৰে। তেওঁৰ লগত এল-এ পাছ কৰা ছাত্ৰৰ ভিতৰত ১ম কাৰ্ত্তিক চন্দ্ৰ মিত্ৰ, ২য় ৰমেশ চন্দ্ৰ দত্ত আৰু ৩য় জে, ব্লকমেন।

সেই পৰীক্ষাত সুখ্যাতিৰে পাছ কৰি, বৰুৱাই তাতে আকৌ বি-এ পঢ়ে। সেই সময়ত কেইজনমান বঙ্গ-যুৱকে বিলাতৰ পৰা চিভিলিয়ান পৰীক্ষা পাছ কৰি আহে আৰু প্ৰেচিডেন্সি কলেজৰ এই ছাত্ৰ কেইজনক বিলাতত পঢ়িবলৈ উদগাবলৈ ধৰে। ১৮৬৮ চনত সুৰেন্দ্ৰ নাথ বানাৰ্জ্জীয়ে বি-এ পাছ কৰি, ৰমেশ দত্ত আৰু বিহাৰী লাল গুপ্তই ৩য় বাৰ্ষিক শ্ৰেণীৰ পৰাই বিলাতত পঢ়িবলৈ গল। সেই সময়ত আনন্দ-ৰামৰ বয়স মাত্ৰ ১৭ বছৰ। সেই কাৰণে তেওঁ বি-এ পাছ কৰি গৱণমেণ্ট বৃত্তিৰে বিলাতলৈ যোৱাটোকে মনতে সঙ্কল্প কৰিলে। কাৰণ বৰুৱাৰ প্ৰতিদ্বন্দী ৰমেশ দত্ত বিলাতলৈ যোৱাত গৱণমেণ্ট বৃত্তি ধৰা তেওঁৰ পক্ষে সহজ হল।

ইং ১৮৬৯ খৃঃঅৰ জানুৱাৰী মাহত বৰুৱাই বি-এ পাছ কৰে। বি-এ পৰীক্ষাত বৰুৱাই ৩য় স্থান অধিকাৰ কৰিছিল। ১ম কাৰ্ত্তিক চন্দ্ৰ মিত্ৰ, ২য় ত্ৰৈলোক্য নাথ বসু হৈছিল।

বৰুৱাই সেই পৰীক্ষাত যদিও ৩য় স্থান পাইছিল, তথাপি সেই কলেজৰ অধ্যাপক জেইম্চ্ চাট্‌ক্লিফ চাহাবে বৰুৱাক সৰ্ব্বোৎকৃষ্ট ছাত্ৰ বুলিহে বঙ্গদেশৰ শিক্ষা বিভাগৰ গুৱিয়াল

হেনৰি উদ্রক পৰিচয় দিছিল। বৰুৱাৰ অমায়িকতাত মুগ্ধ হৈ উদ্রই বৰুৱাক ভাৰতৰ গবর্ণৰ জেনেৰেল লর্ড মেয়োৰ লগত চিনাকি কৰি দিছিল। বৰুৱাই নিজ প্রতিভাৰ বলত বি-এ পাছ কৰি "ষ্টেইট্" আৰু "গিলক্রাইস্ট" নামৰ দুটা বৃত্তি লাভ কৰে। সেই বৃত্তি দুটাৰ মূল্য মাহে ৯০০৲ টকা।

ইং ১৮৬৮ চনৰ পৰাই ভাৰত গবর্ণমেণ্টে ভাৰতীয় ছাত্রক বৃত্তি দি বিলাতত পঢ়োৱা ব্যৱস্থা কৰে। সেই বৃত্তি পাব পাৰিব কেৱল বি-এ পৰীক্ষা দিয়া ছাত্রইহে। বি-এ পৰীক্ষাৰ ওচৰ ওচৰিকৈ সেই পৰীক্ষা হৈছিল। পৰীক্ষাত সর্ব্বপ্রথম হোৱা জনেই বৃত্তি পাইছিল। ইং ১৮৬৯ চনৰ জানুৱাৰী মাহৰ পৰাই প্রথম এই পৰীক্ষা হয়। বি-এ পৰীক্ষাত প্রথম হোৱা কাৰ্ত্তিক চন্দ্র মিত্র, লালমোহন দাস, চৈয়দ আমিৰ আলি আদি বৰুৱাৰ প্রতিদ্বন্দী আছিল। কিন্তু পৰীক্ষাৰ পাছত পৰীক্ষকে আনন্দ ৰাম বৰুৱাক হে উপযুক্ত বিবেচনা কৰি বিশ্ববিদ্যালয়ৰ কার্য্য নির্ব্বাহক সভালৈ (চিণ্ডিকেটলৈ) বৰুৱাৰ নাম পঠায়। সেই বছৰৰ ২৯ জানুৱাৰীৰ কার্য্য নির্ব্বাহক সভাই পৰীক্ষকৰ মতকে সমর্থন কৰি বৰুৱাক এই বৃত্তি দিয়ে। বৃত্তিৰ মূল্য তিনি হেজাৰ টকা আৰু ৩ বছৰলৈ এই বৃত্তিৰ সময় ধৰা আছিল।

বিলাতত পঢ়িবলৈ বৰুৱাৰ বহুত দিনৰ পৰাই হেঁপাহ আছিল। তাতে আকৌ গবর্ণমেণ্টৰ পৰা ৩টাকৈ বৃত্তি পোৱাত সেই আশা আৰু স্থায়ী হল। আৰু বৰুৱা বিলাতলৈ যাবলৈ

সাজু হল। সেই সময়ত অসমীয়াৰ ( ভাৰতীয়ৰ ) ধাৰণা আছিল, জাহাজত উঠি সাগৰ পাৰহৈ বিদেশলৈ গলে জাতি যায়। এই কাৰণত আৰু তেওঁলৈ ওপজা মৰম চেনেহৰ বাবে বৰুৱাক বিলাতলৈ যাবলৈ সকলোৱে বাধা দিছিল। একাগ্ৰমনা বৰুৱাই সকলো বাধা কাতি কৰি থৈ যাবলৈ ওলাল। সেই সময়তে বঙ্গদেশৰ শিক্ষা বিভাগৰ গুৰিয়াল উড্ চাহাবো বিলাতলৈ যাবলৈ ওলাইছিল। ১৮৬৯ খৃঃৰ জহকালি উড্ চাহাবৰ লগতে উচ্চ শিক্ষাৰ আশাত আনন্দৰামে বিলাত বুলি যাত্ৰা কৰিলে।

**১ম বাৰ বিলাত যাত্ৰা** :—বৰুৱা ভাৰতৰ পৰা যাওঁতে আই-চি-এচ পৰীক্ষা পাছ কৰাহে লক্ষ্য আছিল; কিন্তু বিলাত পাই ব্যাৰিষ্টাৰী পাছ কৰাও সহজ যেন দেখি, ১৮৭০ চনৰ নৱেম্বৰ মাহত মিড্‌ল্ টেম্পল্ নামৰ বিশ্ববিদ্যালয়ত নাম লগালে। আই-চি-এচ পৰীক্ষা পাছ কৰা সকলক চিভিলিয়ান বোলে। এই পৰীক্ষাৰ কাৰণে ইংলণ্ডৰ ৰাজধানী লণ্ডনত থাকিলেই সুবিধা হব বুলি ভাবি তেওঁ লণ্ডনতে থাকিবলৈ ললে। ১৮৭০ চনতে লণ্ডন বিশ্ববিদ্যালয়ৰ মেট্রিকুলেচন পৰীক্ষাত নাম ভৰ্ত্তি কৰে। লগে লগে বি-এচ্-চি পৰীক্ষাৰ কাৰণেও পঢ়িবলৈ ধৰিলে। বৰুৱা গণিতত বৰ পাকৈত আছিল গুণেই বি-এচ্-চি পঢ়াত একো টান নাপাইছিল। তদুপৰি বি-এচ্-চি পৰীক্ষা দিবৰ কাৰণে বৰুৱাই যি কেইটা বিষয় লৈছিল, সেই বিষয়কে আই চি-এচৰ কাৰণেও লোৱাত,

একে পৰিশ্ৰমতে দুয়োটাৰে সহায় হল। আনন্দৰাম বৰুৱা সৰুৰে পৰা বৰ নিমাত স্বভাৱৰ মানুহ আছিল। কামটো হৈ নুঠালৈকে কাৰো আগত মনৰ কথা ভাঙ্গি নকৈছিল। সেই কাৰণে আই-চি-এচ্ পঢ়ি থকা সময়ত বি-এচ-চি পৰীক্ষালৈ সাজু হোৱা কথাৰ কোনেও ভু নেপাইছিল। এনেকি বৰুৱাৰ অন্তৰঙ্গ বন্ধুবিলাকেও এই কথাৰ সম্ভেদ নেপাইছিল। ঘৰত পঢ়োতে বৰুৱাই ভিতৰৰ পৰা দুৱাৰ বন্ধ কৰি লৈছিল। কোনো বন্ধু তেওঁৰ ওচৰলৈ আহি দুৱাৰত খুন্দিয়ালে, বি-এচ চিৰ কিতাপবিলাক লুকাই থৈহে বন্ধুক সোমাবলৈ দুৱাৰ মেলি দিছিল।

আই-চি-এচ্ পৰীক্ষাত ভৰ্ত্তি হোৱাৰ আগতে কভৃপক্ষক সম্মানৰ প্ৰশংসা-পত্ৰ ( চাৰ্টিফিকেট ) দেখুৱাব লাগে। বৰুৱাই ৺তৰুণৰাম ফুকনৰ বাপেক ৺বলোৰাম ফুকন আৰু শিক্ষক ৺চন্দ্ৰ মোহন গোস্বামীৰ পৰা এই প্ৰশংসাপত্ৰ নিছিল।

১৮৭০ চনৰ ৭ এপ্ৰিলৰ পৰা আই-চি-এচ পৰীক্ষা আৰম্ভ হয়। সেইবাৰ পৰীক্ষাৰ্থী মুঠ ৪৬৯ জনৰ ভিতৰত ৪১ জনেহে পৰীক্ষা দিবলৈ অনুমতি পাইছিল। সেই ৪১ জনৰ ভিতৰত বৰুৱাই ৩৮শ স্থান অধীকাৰ কৰিছিল। ১৮৬৯ চনত বিলাত পাই ১বছৰ পূৰ নৌ হওঁতেই পৰীক্ষাৰ্থী হবলৈ পোৱা কম যত্ন আৰু সৌভাগ্যৰ ফল নহয়।

বৰুৱাই আদিৰে পৰা সংস্কৃত আৰু গণিত বিষয় ভাল পাইছিল। সেই কাৰণে এই দুই পৰীক্ষাত বৰুৱা প্ৰথম হৈছিল।

সকলো বিষয়তে সমান পটুতা লাভ কৰা ছাত্ৰৰ সংখ্যা অতি কম। ইংৰাজ ছাত্ৰ সকলে গ্ৰীক, ৰোমান সাহিত্য আৰু ইতিহাস লব পাৰিছিল; কিন্তু ভাৰতীয় ছাত্ৰৰ পক্ষে সেই দুই বিষয় লোৱা অসম্ভৱ আছিল। কাৰণ সেই দুই ভাষা ভাৰতীয় ছাত্ৰৰ পক্ষে তেনেই নতুন। সেই কাৰণে বৰুৱাই ১ম চিভিল চাৰ্ভিচ পৰীক্ষাত বিশেষ কৃতিত্ব দেখুৱাব পৰা নাছিল।

আই-চি-এচৰ ২য় বা শেষ পৰীক্ষা ১৮৭২ চনৰ মেই মাহত হৈছিল। এই পৰীক্ষালৈ সাজু হবলৈ বৰুৱাই যথেষ্ট সময় পাইছিল। সেই কাৰণে এই পৰীক্ষাত বৰুৱাই নিজৰ প্ৰতিভা দেখুৱাব পাৰিলে। শেষ আই-চি-এচ পৰীক্ষা পাছ নকৰাকৈ কোনো চিভিলিয়ান হব নোৱাৰিছিল। আৰু শেষ পৰীক্ষাত পাছ হোৱা স্থান অনুসাৰেহে কামৰো আগপাছ হৈছিল।

১ম পৰীক্ষাত ৩৮শ স্থান পোৱা আনন্দৰাম বৰুৱাই ২য় পৰীক্ষাত ৭ম স্থান অধিকাৰ কৰি ভাৰতৰ মুখ উজ্জল কৰে। পৰীক্ষাৰ বিষয়বোৰ পঢ়াত ছাত্ৰসকলক উৎসাহ দিবৰ কাৰণে কেইবাটাও পুৰস্কাৰ দিয়াৰ নিয়ম আছিল। এই পুৰস্কাৰৰ পৰীক্ষা বেলেগে দিব লাগিছিল। আনন্দৰাম বৰুৱাই সংস্কৃতৰ তেনে এটা পৰীক্ষা দি ৭৫ পাউণ্ড (১২২৫ টকা) পুৰস্কাৰ পাইছিল। তদুপৰি ইতিহাস, ভূগোল, সংস্কৃত আৰু বঙলা এই কেইটা বিষয়ত বিশেষ পাৰদৰ্শিতা দেখুৱা বাবে প্ৰত্যেক বিষয়তে ৩০ পাউণ্ডকৈ (৪৫০৲ টকাকৈ) পুৰস্কাৰ লাভ কৰে। বৰুৱাৰ আগতে বিলাতলৈ যোৱা ছাত্ৰসকলে তলত দিয়া স্থান

অনুসৰি পাছ কৰে। ৺ৰমেশচন্দ্ৰ দত্ত ২য়, বিহাৰীলাল গুপ্ত ৪ৰ্থ আৰু সুৰেন্দ্ৰনাথ বানাৰ্জ্জী ২০শ।

আই-চি-এচৰ শেষ পৰীক্ষাত বৰুৱা এটা বিপদত পৰিছিল। তেওঁৰ পৰীক্ষা পাৰ হৈ যোৱাৰ পাছত বয়স লৈ গণ্ডগোল লাগিল। বৰুৱাই যিটো বয়স দিছিল পৰীক্ষাৰ কৰ্ত্তৃপক্ষই তাক গ্ৰহণ কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰিলে। আন ফালে আনন্দৰামৰ মেধা শক্তি আৰু তীক্ষ্ণ বুদ্ধিক প্ৰশংসা নকৰিও নোৱাৰিলে। বিশেষকৈ ভাৰতবাসৰ ইমান প্ৰতিযোগীৰ মাজত, দুটা ডাঙৰ ৰজাঘৰীয়া বৃত্তিপোৱা ছাত্ৰ এজনক কেনেকৈ তেওঁলোকে উন্নতিৰ বাটত বাধা দিয়ে? উপায়ান্তৰ হৈ পৰীক্ষাৰ কৰ্ত্তৃ-পক্ষই, আনন্দৰাম বৰুৱাক আই-চি-এচ পৰীক্ষাত তুলিব লাগেনে নেলাগে এই কথা সুধি, ভাৰত মন্ত্ৰী "চেক্ৰেটৰী অৱ ষ্টেট"লৈ লিখিলে। তেতিয়া ভাৰতৰ "আণ্ডাৰ চেক্ৰেটৰী" গ্ৰেণ্ড ডাফ নামে এজন সুযোগ্য লোক আছিল। তেওঁ আনন্দৰামক এই পৰীক্ষাত বিমুখ কৰিবলৈ অলপো ইচ্ছা নকৰিলে। গ্ৰেণ্ড-ডাফৰ যত্নতে বৰুৱাই হেলাৰঙ্গে আই-চি-এচৰ দুৱাৰ পাৰ হল। পাছত গ্ৰেণ্ডডাফ মাদ্ৰাজৰ গৱৰ্ণৰ হয়। কম বয়সীয়া এজন ভাৰতীয় ছাত্ৰক আই-চি-এচ পৰীক্ষাত পাছ কৰোৱা বাবে, বিলাতৰ মহাসভাই (পাৰ্লিয়ামেণ্টে) গ্ৰেণ্ড ডাফৰ কৈফিয়ৎ খুজিলে। তেতিয়া তেওঁ এই বুলি কৈফিয়ৎ দিছিল—"যিজন ছাত্ৰই সুদূৰ ব্ৰহ্মপুত্ৰ ভৈয়ামৰ পৰা আহি ইমান প্ৰতিযোগীতাৰ মাজতো সুখ্যাতিৰে এই পৰীক্ষাত উত্তীৰ্ণ হব পাৰিছে, তেওঁৰ

আকাঙ্ক্ষাৰ বাটত আমি কোনো প্ৰতিবন্ধক জন্মাবৰ ইচ্ছা নকৰোঁ।”

একে বছৰতে অৰ্থাৎ ১৮৭২ চনতে বি-এচ চি আৰু বাৰিষ্টাৰী পৰীক্ষা পাছ কৰে। পাছ কৰিয়েই মিডোল টেম্পোলৰ বাৰিষ্টাৰ হয়। বৰুৱাই যেতিয়া পাছৰ পৰীক্ষা দুটা দিয়ে তেতিয়া সকলোৱে তেওঁৰ পৰিশ্ৰমত তবধ মানিছিল। যিজন লোকে একে বছৰতে এনে কঠিন ৩টা পৰীক্ষা পাছ কৰিব পাৰিছিল তেওঁ যে এজন অসাধাৰণ প্ৰতিভাশালী মানুহ সেই কাৰ্য্যৰ পৰাই বুজিব পাৰি। পৰীক্ষা পাছ কৰাৰ উপৰি বিলাতত থকা কালত বৰুৱাই ফ্ৰান্স দেশৰ ভাষাও ভালকৈ শিকে।

বহুত ভাৰতীয় ছাত্ৰই অজস্ৰ ধন ভাঙি, বুকুত মহৎ উদ্দেশ্য লৈ, বিলাতৰ জাকজমকতাত পৰি সুদা হাতে ভাৰতলৈ ঘূৰি আহিব লগা হৈছিল। আনন্দৰাম বৰুৱা কিন্তু তেনে বিধৰ মানুহ নাছিল। তেওঁ গৈছিল পশ্চিমৰ জেউতি আনি পূবত বিলাবলৈ। বৰুৱাই ভালকৈ জানিছিল যে, তেওঁ অসমৰ একমাত্ৰ ভাৰসাৰ স্থল ! তেওঁৰ প্ৰবল ইচ্ছাত সহজে সফলতাও লভিছিল। বিলাতত ছাত্ৰাৱস্থাৰ সকলো কাম শেষ কৰি, ১৮৭২ চনৰ চেপ্তেম্বৰৰ ৯ তাৰিখে জাহাজত আহি বোম্বাই বন্দৰত নামেহি।

লণ্ডন বিশ্ববিদ্যালয়ত পঢ়ি থকা অৱস্থাত বৰুৱাৰ তীক্ষ্ণ বুদ্ধি দেখি সেই বিদ্যালয়ৰ অধ্যাপক কাৰ্পেণ্টাৰে কৈছিল,—

"মই ইমান দিন শিক্ষকতা কাম কৰিছোঁ, কিন্তু আনন্দ ৰাম বৰুৱাৰ নিচিনা অনুসন্ধিৎসু ছাত্ৰ আজিলৈকে পোৱা নাই।"

আই-চি-এচ্ পৰীক্ষা পাছকৰা ছাত্ৰৰ নামৰ তালিকাখন দেখি এলেন্ মেক্‌মিলান নামে এজন কবিয়ে কৈছিল,—"আনন্দৰাম নামটোৰ কি অলৌকিক শক্তি! দিনে-নিশাই, সচিতে-সপোনে পুৱাৰ পৰা গধূলিলৈকে এই নামটোৱে মোক লগ নেৰিছিল। কায়াৰ লগত ছায়া ফুৰাৰ দৰে এই নামটোৱে মোক পাছে পাছে খেদি ফুৰিছিল।" কেৱল দুই এজনে যে আনন্দ ৰামৰ গুণ বখানিছিল এনে নহয়; সকলো শিক্ষক আৰু জ্ঞানী লোকৰ পৰাই বৰুৱাই প্ৰশংসা আৰু সমাদৰ লভিছিল। লগে লগে অসম মাতৃৰ নামো উজ্জ্বল কৰি তুলিছিল।

আনন্দৰাম বৰুৱা বোম্বাইৰ পৰা আহি কলিকতাত কিছুদিন থাকে। তাত থাকোতেই সংস্কৃতৰ এটা বিশেষ পৰীক্ষা দি ২০০০৲ দুহেজাৰ টকা পুৰস্কাৰ লয়।

## চৰ্কাৰী চাকৰিত ঃ—

**শিৱসাগৰত**—সেই সময়ত দক্ষতাৰে সৈতে আই-চি-এচ্ পাছ কৰা চিভিলিয়ানসকলে ইচ্ছামতে নিজৰ চাকৰিৰ ঠাই বাচি লব পাৰিছিল। ৮ বছৰ কাল বৰুৱাই জন্মভূমি এৰি আঁতৰত আছিল। আত্মীয়-স্বজনৰ পৰা ইমান দিন দূৰত থকাৰ বাবে, প্ৰাচীন কীৰ্ত্তিৰে পৰিপূৰ্ণ নিজ প্ৰদেশৰ শিৱসাগৰকে প্ৰথম কৰ্ম্মক্ষেত্ৰ বাচি ললে। মেজিষ্ট্ৰেট্ (বিচাৰক)

হৈ শিৱসাগৰলৈ আহোঁতে, নিজঘৰ গুৱাহাটীত সোমায় আহিয়েই আনন্দৰামে বুঢ়াবাপেকক সেৱা কৰি পদধূলি ললে। বুঢ়া বাপেকে ইমান দিনৰ মূৰত উপযুক্ত সন্তানক পাই আনন্দত আপোন পাহৰা হল। বিলাতৰ পৰা অহা বাবে আনন্দৰামে নিজৰ ঘৰত থাকিবলৈ ঠাই পোৱা নাছিল। কাৰণ বিলাতলৈ গলে জাতি যায় বুলি আগতে কোৱা হৈছে। সেই কাৰণে বাপেকে তেওঁক থাকিবলৈ বেলেগে কাপোৰৰ ঘৰ (টেম্ব) কৰি দিলে। বৰুৱাৰ বাপেক সদৰামীন ডাঙৰীয়াই বৰুৱাক প্ৰায়শ্চিত্ত কৰি নিজ সমাজত ৰাখিবলৈ টানি ধৰিছিল। কিন্তু বৰুৱা সেই কথাত মান্তি নহৈ এই বুলি বাপেকক সমিধান দিলে,—"বিলাতত মই স্বজ্ঞানে, নিজ ইচ্ছামতে অখাদ্য খাই আহিছোঁ। এনে স্থলত মোৰ প্ৰকৃত পক্ষে প্ৰায়শ্চিত্ত হব নোৱাৰে। যদিহে হয়, তাৰপৰা হিন্দুধৰ্ম্মৰ গৌৰৱ নেথাকে। বিশেষতঃ মোৰ যেনে চাকৰি, সদায় চাহাবৰ লগত খাই-বৈ মিলি মিচি থাকিব লাগিব। এনেস্থলত নিতৌ পৰাচিত হলেহে হব। তাৰ পিছত মোৰ আৰু এবাৰ বিলাতলৈ যাবৰ মন আছে। এনে দৈনন্দিন পৰাচিত মোৰ জীৱনে সহিব কেনেকৈ?" বৰুৱাৰ এই কেইষাৰ কথাৰ পৰাই হিন্দু ধৰ্ম্মৰ প্ৰতি তেওঁৰ কেনে দৃঢ় বিশ্বাস তাক বুজিব পাৰি। নজনাকৈ কৰা কামৰ প্ৰায়শ্চিত্ত আছে, কিন্তু বৰুৱাই জানি শুনিও নিজ ইচ্ছাই বিলাতত হিন্দুৰ অখাদ্য খাই বাপেকৰ আগত সকলো কথা ভাঙ্গি কৈছে। তাতো যদি পৰাচিত কৰি শুদ্ধ কৰিব

খোজে তেন্তে বৰুৱাৰ মতে হিন্দুধৰ্ম্মত চেকা পৰিব। বাস্তৱতে বৰুৱাই সেইদৰে নোকোৱা হলেহে হিন্দুধৰ্ম্মৰ প্ৰতি অন্যায় কৰা হলহেতেন। হিন্দুধৰ্ম্মৰ নিয়ম পালন কৰি চলাও বিলাতত সকলোৰে পক্ষে সম্ভৱপৰ নহয়।

ইয়াৰ পাছত বাপেকে বৰুৱাক বিয়া কৰাবলৈ উপদেশ দিলে। আনন্দৰামে ক'লে,—"মোৰ বিয়া কৰাবলৈ ধন নাই। এই মাথোন চাকৰিত সোমাবলৈ গৈছোঁ।" বাপেকে ক'লে, "মোৰ এই অজস্ৰ ধন খাই কোনে ” বৰুৱাই উত্তৰ দিলে, "দেউতা, সেই ধন আপোনাৰ বুঢ়া কালত লাগিব। তাক খৰচ কৰিব কেনেই ?" পুতেকৰ পৰা এনে উত্তৰ পাব বুলি বাপেকে ভবা নাছিল। বৰুৱাৰ কথাত সদৰামীনে অন্তৰত বৰ আঘাত পালে। ইমান হেপাহৰ আশাভাৰসা ভাগি যোৱাত বৃদ্ধ সদৰামীন আৰু বেচি দিন জীয়াই নেথাকিল। আনন্দৰাম বৰুৱা শিৱসাগৰত থাকোতেই ৬১ বছৰ বয়সত ১৮৭৩ চনত উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰৰ নিজঘৰত, ইহলোক পৰিত্যাগ কৰি সদৰামীন স্বৰ্গী হল।

আনন্দৰামক গুৱাহাটীৰ নিজঘৰত পাই, ৰজাদুৱাৰৰ সকলো মানুহে বেঢ়ি ধৰিলেহি। বৰুৱাৰ মিতিৰ-কুটুম্ব সকলে চিৰা, সান্দহ খুৱাই হে সন্তোষ পাইছিল। বৰুৱাইও অসমৰ পুৰণি চালচলনবিলাক দেখি মোহিত হৈছিল। বিলাত ফিৰত বৰুৱাৰ মুখে বিলাতৰ নানা কথা শুনিছিল। বিলাতত থাকোতেও বৰুৱাই নিজৰ বংশপৰিয়াল বিলাকৰ কথা পাহৰা

নাছিল। ভাৰতলৈ ঘূৰি আহোতে বৰুৱাৰ ভায়েক ৺আত্মাৰাম, ৺কেশৱৰাম আৰু নিজ পৰিয়ালৰ ৺জীৱেশ্বৰ বৰুৱালৈ ৩টা বনাট কাপোৰৰ পোচাক কৰাই আনিছিল। ইয়াৰ পৰাই বৰুৱাৰ আপোন মানুহলৈ কিমান মৰম বুজিব পাৰি। নিজে যেনেকৈ আনক স্নেহ কৰিছিল, সেইদৰে বৰুৱাইও জ্ঞাতি কুটুম্বৰ পৰা স্নেহ আৰু আদৰ পাইছিল।

আনন্দৰাম বৰুৱাৰ শাৰীৰিক শক্তিও কম নাছিল। কলিকতাৰ পৰা অসমলৈ আহোঁতে তেওঁ জাহাজত আহিছিল। তেওঁৰ সহযাত্ৰী আছিল, অসমৰ ভীষ্মপ্ৰতিম ৺কমলাকান্ত ভট্টাচাৰ্য্য। বৰুৱা ১ম শ্ৰেণীৰ কোঠা এটাত আহিছিল। গুৱাহাটীৰ ঘাটত জাহাজ ৰোৱাত বৰুৱাই নিজৰ কোঠা (কেবিন) এৰি বাহিৰলৈ গৈছিল। তেনেতে জাহাজ কোম্পানীৰ এজন চাহাব কৰ্ম্মচাৰীয়ে, ১ম শ্ৰেণীত ভাৰতীয় মানুহ অহা গম পাই বৰুৱাৰ বস্তুবিলাক বাহিৰলৈ উলিয়াবলৈ ধৰে। তেনেতে বৰুৱা আহি পালেহি। বৰুৱাক দেখি চাহাবজনে সেই কোঠা এৰি অন্য ঠাইলৈ যাবলৈ আদেশ দিলে। কিন্তু চাহাবৰ কথাত বৰুৱা মান্তি নহল। তেতিয়া দুয়োৰো তৰ্কাতৰ্কী আৰু শেষত গৈ হতাহতি পৰ্য্যন্ত হলগৈ। বৰুৱাৰ বল-বিক্ৰমত চাহাবজন তিষ্ঠিব নোৱাৰাত পৰিল। তেনেতে জাহাজৰ যাত্ৰীবিলাকে কাঁজিয়া এৰুৱাই দিয়াত চাহাবজনে পৰাজয় স্বীকাৰ কৰি গুচি গল। চাহাব পৰাস্ত হৈ সেইজন কোন মানুহ তাক জানিবলৈ কৌতুহল জন্মিল।

যেতিয়া জানিব পাৰিলে যে সেইজন এজন চিভিলিয়ান আৰু বৰ্ত্তমান এচিষ্টেণ্ট মেজিষ্ট্ৰেট তেতিয়া চাহাবে নিজৰ দোষ স্বীকাৰ কৰি বৰুৱাক ক্ষমা খুজিলেহি।

বৰুৱাদেৱ ১৮৭২ চনৰ ডিচেম্বৰ মাহত শিৱসাগৰ পাই, ১১ তাৰিখে নিজৰ কাম চম্‌জি ললে। তেওঁ যদিও বিলাত ফিৰত হৈ আহিছিল, তথাপি শিৱসাগৰত থকা কালত অসমীয়া চোকা-চাপকান হে পিন্ধিছিল। বিলাতত থাকোতেও চুৰিয়া পিন্ধা অভ্যাস এৰা নাছিল। এনে এটা দায়ীত্বপূৰ্ণ চাকৰিত থাকিও বৰুৱাই পঢ়াশুনা অভ্যাস নেৰিছিল।

বৰুৱাই নিজৰ আত্মসন্মান অক্ষুণ্ণ ৰাখিবলৈ সকলো অৱস্থাতে সাজু আছিল। সেইদৰে লোকৰ স্বাধীনতা আৰু আত্মসন্মানতো হাত নিদিছিল। আনে নিজৰ সন্মান হেৰুৱাটোও তেওঁ সহিব নোৱাৰিছিল। বৰুৱা শিৱসাগৰত থাকোতে তেনে এটা ঘটনা ঘটিছিল। ঘটনাটো এই,—এদিন বৰুৱাৰ বঙলালৈ বৰুৱাক দেখা কৰিবলৈ ডিহিঙৰ সাঁজতোলা গৈছিল। সাঁজতোলা বৰুৱাৰ লগত কথাপাতি বহি থাকোঁতে, শিৱসাগৰৰ ডেপুটি কমিচনাৰ কেম্পবেল আৰু লগত কেইজনমান চাহাব আহি বৰুৱাৰ বঙলাত সোমালহি। চাহাব অহা দেখিয়েই সাজতোলা উঠি যাব খুজিছিল; কিন্তু বৰুৱাই কলে, "আপুনি স্বাধীন মানুহ। উঠি যাব কিয়? বহি থাকক।" ইফালে ঘৰত বেচি আসন নথকাত, বৰুৱা বহা চকিখনকে কমিচনাৰ চাহাবক দি নিজেই থিয় হৈ থাকিল। বাকী চাহাব কেইটাই

মেজত ভেজা দি থিয় হৈ চকিত বহি থকা সাজতোলালৈ ঘনাই ঘনাই চাবলৈ ধৰিলে। তেনে অৱস্থাত সাঁজতোলা তাৰপৰা উঠি যাব পাৰিলেই ৰক্ষা! কিন্তু বৰুৱাৰ চকুৰ ইঙ্গিতত ঘামি-জামি ভয়ত কোচ-মোচ খাই বহি থাকিল। চাহাব কেইজন যোৱাৰ পাছত সাঁজতোলাই বৰুৱাক ক'লে, "ডাঙৰীয়া, আপোনাৰ ইয়ালৈ অহা বৰ বিপদৰ কথা! আমাৰ আৰু ইয়ালৈ অহা নহব।" এইবুলি সাঁজতোলাই বৰুৱাৰ পৰা বিদায় ললে। এই ঘটনাৰ পৰাও বৰুৱাৰ নিচিনা উচ্চপদবী মানুহৰ সাধাৰণ মানুহলৈ কেনে ভাব তাক স্পষ্ট ভাৱে বুজিব পাৰি।

শিৱসাগৰত থাকোঁতে বৰুৱাৰ এনে কিছুমান ঘটনা ঘটিছিল যে, যিবিলাকৰ পৰা নিজৰ আত্মসন্মান আৰু স্বাধী-নতাত বাধা পৰিছিল। সেইবোৰ কাৰণতে তেওঁ মাতৃভূমি এৰি অন্য ঠাইলৈ যাবলৈ বাধ্য হৈছিল।

কর্ণেল কেম্পবেল শিৱসাগৰত ডেপুটি কমিচনাৰ হৈ থাকোতে লেফ্‌টেনেণ্ট গ্রে চাহাব এচিষ্টেণ্ট কমিচনাৰ আছিল। তেতিয়া বৰুৱা গ্রে চাহাবৰ ওপৰৱালা কৰ্ম্মচাৰী। কেতিয়াবা ডেপুটি কমিচনাৰ চকৰ ফুৰিবলৈ গলে, জিলাৰ ভাৰ ( ডেপুটি কমিচনাৰৰ বাব ) বৰুৱাৰ ওপৰত দি গৈছিল। তেনেদৰে এবাৰ জিলাৰ ভাৰপ্রাপ্ত অৱস্থাত, কোনো কামত গ্রে চাহাবৰ দোষ পাই বৰুৱাই তেওঁৰ কৈফিয়ৎ খুজিলে। তাতে গ্রে চাহাবে অপমান বোধ কৰি ডেপুটি কমিচনাৰ

অহাত তেওঁক সেই কথা ক'লে। সেই বাবৰ পৰা জিলাৰ ভাৰ বৰুৱাৰ ওপৰত নিদি, গ্রে চাহাবৰ ওপৰত দিয়া হল।

কর্ণেল কিটিং অসমৰ চিফ্‌কমিচনাৰ হৈ থাকোতে এবাৰ তেওঁ শিৱসাগৰলৈ আহে। শিৱসাগৰৰ পুলিচ চাহাবৰ নেতৃত্বত চিফ্‌কমিচনাৰক সম্ভাষণ জনাবলৈ এটা ভোজৰ আয়োজন কৰিছিল। সেই ভোজলৈ শিৱসাগৰৰ চাহাব, বিলাত ফিৰত আৰু বিলাতী চলন ফুৰণত চলা সকলো মানুহকে নিমন্ত্রণ কৰিছিল। ভোজলৈ অসম-ৰত্ন বৰুৱা আৰু কর্ণেল জালনুৰ আলি আহ্মদ দুয়োকো নিমন্ত্রণ কৰিছিল। যথা সময়ত ভোজ খাবৰ হল, কিন্তু বৰুৱাই দেখে যে, ডাঃ আহ্মদ আৰু তেওঁক চাহাবৰ লগত একে মেজতে নিদি, সুকিয়াকৈ খাবলৈ দিছে। এইবোৰ কাৰণতে বৰুৱাই অপমান বোধ কৰি, শিৱসাগৰ এৰি আন ঠাইলৈ বদলি হৈ যাবলৈ গবর্ণমেণ্টলৈ আবেদন কৰিলে। আবেদন অনুসৰি বৰুৱাদেৱক ১৮৭৪ চনৰ এপ্রিল মাহত বঙ্গ-দেশলৈ বদলি কৰি নিয়ে।

শিৱসাগৰত থাকোতে বৰুৱাই এখন ইংৰাজী-সংস্কৃত অভিধান লিখিবলৈ আৰম্ভ কৰিছিল। এনে এটা মহৎকাম হাতত লোৱা কম সাহসৰ কাম নাছিল। ২৩।২৪ বছৰীয়া ডেকা এজনে এনে কামৰ ভাৰলোৱা পৃথিবীৰ বুৰঞ্জীত অতি তাকৰ। বৰুৱাই অভিধানৰ পাতনিতে লিখিছিল, "এনে এটা উদ্যম তেওঁৰ পক্ষে ধৃষ্টতা মাত্র। কিন্তু অন্য সংস্কৃতজ্ঞসকলে অভিধান

এখন কৰাৰ অলপো চেষ্টা নকৰাতহে তেওঁ এই কাম হাতত লবলৈ বাধ্য হব লগাত পৰিল।”

**মৈমনসিংহ জিলাত**—বৰুৱাদেৱ শিৱসাগৰৰ পৰা বদলি হৈ বঙ্গদেশৰ মৈমনসিংহ জিলালৈ যায়। তাত তেওঁ এচিষ্টেণ্ট্ কমিচনাৰ আৰু কলেক্টৰ নিযুক্ত হয়। তাত থাকোতেই সংস্কৃত অভিধান লিখা কাৰ্য্যত বহুত আগবাঢ়ে। অভিধান কৰাৰ কথা প্ৰকাশ হলতে, সম্পূৰ্ণ হৈ ওলালে যিসকলে কিনিব, সেইবিলাকৰ নামো তেতিয়াই গোটাবলৈ বাধ্য হয়।

**দিনাজপুৰত—( ১ম বাৰ )** ১৮৭৭ চনত বৰুৱাক মৈমনসিংহ জিলাৰ পৰা একে কামতে বদলি কৰি দিনাজপুৰলৈ নিয়ে। তাত তেওঁ বেচি দিন থাকিবলৈ নাপালে। অলপ দিনৰ ভিতৰতে বৰ্দ্ধমান জিলালৈ বদলি হৈ যায়।

**বৰ্দ্ধমানত**—দিনাজপুৰৰ পৰা ১৮৭৭ চনতে বৰ্দ্ধমান জিলালৈ এচিষ্টেণ্ট হৈ যায়। ইয়াতে বৰুৱাই সংস্কৃত অভিধান খনৰ ১ম খণ্ডৰ ৬৪ পৃষ্ঠালৈকে ছপা কৰি সংস্কৃত পণ্ডিত ভট্ট মোক্ষমূলাৰলৈ পঠাই দিছিল। মোক্ষমূলাৰে বৰুৱাৰ এই মহৎ কামৰ বাবে অশেষ ধন্যবাদ জনাই উৎসাহিত কৰিছিল। ১৮৭৭ চনৰ মেই মাহত অভিধানৰ ১ম খণ্ড ছপা কৰি ৰাইজৰ হাতত দিয়ে। এই অভিধানখনৰ পৰাই আনন্দৰাম বৰুৱাৰ পাণ্ডিত্যৰ চিনাকি পোৱা যায়। পশ্চিমৰ দেশবিলাকত সংস্কৃত সাহিত্যৰ যেনে অনাদৰ হৈছিল সেইবিলাক দেখিহে বৰুৱাই এই কাম হাতত লয়। অভিধানখন ৩ ভাগত ভাগ কৰি,

১ম খণ্ডৰ দাম ৪০৲ টকা ধৰিছিল। পাছত ১৮৮৭ চনত সকলোৰে স্তুবিধার্থে ইয়াৰ দাম কমাই ৩০৲ টকা কৰে। সেই সময়ৰ ভাৰতৰ গবর্ণৰ জেনেৰেল লর্ড নর্থব্রুককে আদি কৰি বহুত সম্ভ্রান্ত মানুহ ইয়াৰ গ্রাহক হয়।

বৰুৱাই সংস্কৃত অভিধান লিখাৰ সময়ত লর্ড নর্থব্রুক অসমলৈ আহে। তেতিয়া অসমখন বঙ্গদেশৰ লগত লগ লাগি আছিল। লর্ড নর্থব্রুকৰ দিনতেই অসমখন বঙ্গদেশৰ পৰা পৃথক হয় আৰু অসমক এজন চিফ্ কমিচনাৰৰ তলতীয়া কৰি দিয়ে। গবর্ণৰ জেনেৰেলে আনন্দৰামক মহৎ উদ্দেশ্য হাতত লোৱা দেখি ধন্যবাদ জনাই উৎসাহিত কৰিছিল।

আনন্দৰামৰ এই সর্ব্বপ্রথম পুথিখন ভক্তিভাৱে মাক আৰু বাপেকৰ নামে এইদৰে উৎসর্গ কৰিছিল,—"মোৰ প্রিয়তম মাতৃ আৰু পিতৃ—দুর্ল্লভেশ্বৰী আৰু গর্গৰাম বৰুৱাৰ পবিত্র স্মৃতিৰ উদ্দেশ্যে পৰিচাতৰ প্রশংসা, পুত্রৰ স্নেহ আৰু কৃতজ্ঞতাৰে সৈতে ভক্তিভাৱে এই গ্রন্থ উচর্গা কৰিলোঁ।"

**ৰাণীগঞ্জত**—ইয়াৰ পাছত বৰুৱাদেৱ ৰাণীগঞ্জ মহকুমাৰ মহকুমাধিপতি নিযুক্ত হয়। তাতেই তেওঁ "মহাবীৰ চৰিত" নামে এখন নাটক "জানকীৰাম ভাষ্য"ৰ সৈতে প্রকাশ কৰে। "মহাবীৰ চৰিত" ভৱভূতিৰ সর্ব্বপ্রধান নাটক। সকলো সংস্কৃত কবিৰ ভিতৰত ভৱভূতিৰ সংস্কৃত পঢ়ি আনন্দৰাম মোহিত হৈছিল। বৰুৱাৰ আগতে কেইবাজনো কবিয়ে "মহাবীৰ চৰিত" প্রকাশ কৰিছিল; কিন্তু বৰুৱাৰ সেইবিলাক

মনঃপুত নোহোৱাত নিজেই সেই কাম হাতত ললে। জানকী ৰামৰ ঘটনা লৈয়ে এই নাটক ৰচনা কৰিছিল। বৰুৱাই নিজৰ মৰমৰ ককাযেক জানকীৰামৰ নামেৰেই তাৰ ভাষ্যনিৰ নামো ৰাখিছিল "জানকীৰাম ভাষ্য।"

বহুত সংস্কৃতজ্ঞ পণ্ডিতৰ অভ্যাস আছিল যে, কোনো টান কথা ব্যাখ্যা কৰিবলৈ যাওঁতে আগতকৈও টান হৈছে পৰে; কিন্তু বৰুৱাৰ লিখনিত এই দোষ সমূলি নাছিল। কিতাপ খনৰ শেষত ককাযেক জানকীৰামৰ বিষয়ে এটা সুন্দৰ কবিতা লিখি সামৰণি মাৰিছে। প্ৰথমে এই পুথিৰ দাম আছিল ৪৲ টকা। পাছত বোম্বাই বিশ্ববিদ্যালয়ৰ পাঠ্য পুথি নিৰ্ব্বাচিত হোৱাত তাৰ দাম ২৲ টকা কৰি ছাত্ৰসকলৰ সুবিধা কৰি দিলে। এই পুথি প্ৰকাশ হোৱাত বহুত গণ্যমান্য লোকৰপৰা বৰুৱাই প্ৰশংসা লাভ কৰিছিল।

ৰাণীগঞ্জত থাকোতেই বৰুৱাই আৰু এখন সংস্কৃত পুথি লিখে। পুথিখনৰ নাম দিছিল 'কলিকতা বিশ্ববিদ্যালয়ৰ সংস্কৃত পঢ়া আণ্ডাৰ গ্ৰেডৱেট্ সকলৰ সহচৰ।" এইখন পুথিত কুমাৰসম্ভৱ আৰু শকুন্তলাৰ আৱশ্যকীয় কথা সুমাই দিছিল।

যি কোনো কামতে বৰুৱাই আনৰ ওপৰত নিৰ্ভৰ নকৰিছিল। নিজে দকৈ গমি-পিতি চাইহে কাম হাতত লৈছিল। সেই কাৰণে তেওঁ লিখা পুথি বিলাকতো আনৰ মততকৈ নিজৰ মনৰ ভাৱৰ হে বেচি প্ৰাধান্য আছিল।

ৰঘুবংশৰ ৪ৰ্থ সৰ্গৰ ৮১ শ্লোকত প্ৰাগ্‌জ্যোতিষপুৰ আৰু

লৌহিত্যৰ উল্লেখ আছে। মল্লিনাথ নামৰ এজন পণ্ডিতে লৌহিত্য শব্দটোৰ বিকৃতাৰ্থ কৰিছিল। তাকে দেখি বৰুৱাই সেই শ্লোকৰ নিজা মত এইদৰে প্ৰকাশ কৰিছিল। "সাধাৰণ মানুহে লৌহিত্যক লুইত বুলি কয়। আৰু ইয়াৰ দ্বাৰাই অসম উপত্যকাৰ মাজেদি প্ৰবাহিত ব্ৰহ্মপুত্ৰ নৈকে বুজায়। প্ৰবাদ আছে, মাতৃহত্যাৰ পাছত পৰশুৰামৰ কুঠাৰ তেওঁৰ হাতত লাগি ৰ'ল। ব্ৰহ্মকুণ্ডত স্নান কৰি পাপমুক্ত হবলৈ তেওঁ উপদেশ লাভ কৰে। পৰশুৰামে ব্ৰহ্মকুণ্ডত স্নান কৰিলে, আৰু উভতি আহোতে লগতে ব্ৰহ্মপুত্ৰ নৈখন লৈ আহিল। অসমত এই জন প্ৰবাদ প্ৰচলিত আছে। আৰু ব্ৰহ্মপুত্ৰত কুঠাৰ সংলগ্ন শোণিত ধৌত হোৱাৰ কাৰণে নৈখনৰ নাম লৌহিত্য হৈছে।

বৰ্ত্তমান গুৱাহাটীক প্ৰাগ্‌জ্যোতিষপুৰ বোলে। মল্লিনাথে ইয়াক এখন ৰাজ্য বুলি কোৱা ভুল হৈছে। এতিয়াৰ দৰে আগেয়েও ই কামৰূপৰ সৰ্ব্বপ্ৰধান নগৰ আছিল।" ইয়াৰ পৰা বুজিব পাৰি যে, অসমৰ প্ৰতি বৰুৱাৰ কি ভক্তি আৰু স্নেহ আছিল! অসমৰ বিষয়ে কোনো লোকে কিবা ভুল বা অমূলক কথা কলে তেওঁৰ প্ৰাণে কেতিয়াও নসহিছিল।

**কাটোৱাত**—ইয়াৰ পাছত বৰুৱা ৰাণীগঞ্জৰপৰা কাটোৱা মহকুমালৈ বদলি হৈ যায়। তাতো অলপ দিন মাথোন মহকুমাধিপতি হৈ থাকি আকৌ খুলনালৈ বদলি হৈ আহে।

**খুলনাত**—খুলনা মহকুমাত মহকুমাধিপতি হৈ থাকোতেই

১৮৭৮ চনৰ ফেব্ৰুৱাৰী মাহত “সংস্কৃত সাহিত্যত ভৱভূতিৰ স্থান” নামেৰে এখন সমালোচনামূলক পুথি প্ৰকাশ কৰে। এই পুথিখন লিখিব বুলি ‘মহাবীৰ চৰিত”ৰ পাতনিতে অঙ্গীকাৰ কৰিছিল। পুথিৰ আদিতে ভৱভূতিৰ ভাষাৰ বিষয়ে আলোচনা কৰিছে। তাৰ পাছত ভৱভূতিৰ জীৱিত কালৰ আলোচনা কৰি খ্ৰীষ্টীয় ৫ম শতিকাৰ কবি বুলি যুক্তিৰে সময় নিদ্ধাৰণ কৰিছে। ভৱভূতি, কালিদাস আৰু অমৰসিংহ সমসাময়িক কবি হয়নে নহয় তাতে সেই সিদ্ধান্তও কৰিছে। বৰুৱাৰ মতে জানিব পাৰি যে, কবি ভৱভূতি অমৰসিংহৰ আগৰ আৰু কালিদাস পাছৰ কবি আছিল। ভৱভূতিৰ ১ম নাটক “বীৰ চৰিত”ৰপৰা সেই সময়ৰ বহুত সামাজিক কথা জানিব পাৰি। তাৰ ভিতৰত তিৰোতাবিলাকৰ অৱস্থা ভালদৰে জানিব পাৰি। সেই কালৰ তিৰোতাবিলাকে সংস্কৃত শিকিবৰ বাবে বেলেগে পঢ়াশালি পাইছিল। বয়সীয়া তিৰোতাসকলে সমাজৰ আগত মুকলি ভাৱে ফুৰাচকা কৰিব নোৱাৰিছিল। আজি কালিৰ দৰে তিৰোতা পুৰুষৰ সমকক্ষ নাছিল। ভৱভূতিৰ আন দুখন “উত্তৰ ৰাম চৰিত” আৰু “মালতী মাধৱ” নাটকৰো বৰুৱাই সমালোচনা কৰিছে।

বৰুৱাই যদিও এনেবিলাক সৰুসুৰা পুথি লিখাত আবদ্ধ আছিল; তথাপি সংস্কৃত অভিধানখনলৈ অলপো অৱহেলা কৰা নাছিল। এই সৰু-সুৰা পুথিবিলাকে অভিধান লিখা কাৰ্য্যত বহুত সহায়হে কৰিছিল।

**গোৱালপাৰাত**—১৮৭৮ চনৰ মেই মাহত বৰুৱা গোৱালপাৰালৈ বদলি হয়। ইয়াতেই সংস্কৃত অভিধানৰ ২য় খণ্ড শেষ কৰে। সংস্কৃত অভিধানৰ লগত লগ লগাই দিবলৈ বুলি এখন "উচ্চ সংস্কৃত ব্যাকৰণ" লিখি ১৮৭৯ চনৰ মেই মাহত শেষ কৰে। সেই পুথিখন লিখা শেষ হোৱাতে বহুতে তেতিয়াই কিনিবলৈ ইচ্ছা প্ৰকাশ কৰাত অভিধানৰ লগত লগ নলগাই বেলেগ এখন কিতাপ ছপালে। কিতাপখনৰ মূল্য ৬৲ টকা ৰাখিলে। এই কিতাপখনে সংস্কৃত পঢ়োতাসকলৰ বৰ সুচল কৰি দিলে। ইয়াৰ উদাহৰণ বিলাকত সংস্কৃত সাহিত্যৰ সুন্দৰ সুন্দৰ বাক্যবিলাক সুমাই দিছে। এইখন ব্যাকৰণ বৰুৱাই বৰ্দ্ধমান জিলাৰ জাহানাবাদ নামে ঠাইত থাকোতেই আৰম্ভ কৰিছিল।

**দিনাজপুৰত**—( ২য় বাৰ ) ১৮৭৯ চনৰ জুন মাহত বৰুৱাদেৱ জইণ্ট মেজিষ্ট্ৰেট আৰু ডেপুটি কলেক্টৰ হৈ ২য় বাৰ আকৌ দিনাজপুৰলৈ বদলি হয়। দিনাজপুৰতে সংস্কৃত অভিধানৰ ৩য় খণ্ড প্ৰকাশ কৰে। এই খণ্ড অভিধানৰ লগতে "প্ৰাচীন ভূগোল" নামেৰে এখন মূল্যবান পুথিও লগলগাই দিলে। ভাৰতৰ পুৰণি ঠাইবিলাকৰ বিষয়ে জানিবলৈ এই পুথিৰ বিশেষ আৱশ্যক। পুৰণি ঠাইবিলাকৰ বিষয়ে কাৰো সন্দেহ হলে, বৰুৱাৰ প্ৰাচীন ভূগোলেই সেই সন্দেহ দূৰ কৰিছিল। এই পুথিত ভাৰতৰ সকলো পুৰণি ঠাইৰ বিবৰণ আছে।

সেই সময়ত ৩ জন ভাৰতীয়কহে গবৰ্ণমেণ্টে এনে উচ্চ পদবীৰ চাকৰি দিছিল। সেই তিনিজন, বঙ্গদেশৰ বিহাৰীলাল গুপ্ত, ৰমেশচন্দ্ৰ দত্ত আৰু অসমৰ আনন্দৰাম বৰুৱা। তিনিও জনে মাজেসময়ে জিলাৰ মেজিষ্ট্ৰেট্ হৈ কাম চলাই আহিছে। ১৮৮০ চনত বৰুৱাই দিনাজপুৰত কেইমাহমান জিলাৰ মেজিষ্ট্ৰেট্ আৰু কলেক্টৰৰ কাম কৰে। সেই কাৰণে ১৮৮২ চনৰ ডিচেম্বৰ মাহত ভাৰত গবৰ্ণমেণ্টে আনন্দৰাম বৰুৱা আৰু ৰমেশচন্দ্ৰ দত্তক নিগাজী কৰা সম্পৰ্কে সমৰ্থন কৰি বিলাতলৈ লিখালিখি কৰে। ভাৰতীয় চিভিলিয়ান দুজনক এনে উচ্চ পদবী দিব খোজাত বহুত ইউৰোপীয়ানে আপত্তি কৰিছিল। কিন্তু গবৰ্ণমেণ্টে সকলো আপত্তি নেওচা দি তেওঁলোক দুজনক সেই সুবিধা দিলে। বৰুৱা আৰু দত্তই ভাৰতীয়ৰ কাৰণে এই অগম্য পথ মুকলি কৰি দিলে। সেই বাবেই আজি উপযুক্ত ভাৰতীয় লোকে হাইকৰ্টৰ জজ, জিলাৰ জজ আৰু মেজিষ্ট্ৰেট্, বিভাগৰ কমিচনাৰ, একজিকিউটিভ্ কাউন্সিলৰ মেম্বৰ, বিলাতৰ ইণ্ডিয়া প্ৰিভি কাউন্সিলৰ সদস্য, কেবিনেটৰ মেম্বৰ আৰু প্ৰদেশৰ শাসনকৰ্ত্তা আদি হবলৈ সুবিধা পাইছে।

এই দুয়োজন ভাৰত-ৰত্নই দুটা মহৎ কাৰ্য্য কৰি জগতত নিজৰ নাম অমৰ কৰিথৈ গল। ৰমেশচন্দ্ৰ দত্তই ভাৰতৰ ইতিবৃত্ত জগতৰ আগত দাঙ্গি ধৰিলে; আৰু বৰুৱাদেৱে সংস্কৃত সাহিত্যৰ অমৃত ভাণ্ডাৰ জগতবাসীক দি গল।

আনন্দৰাম বৰুৱাই দেখিলে যে, অভিধানখনৰ দ্বাৰাই

সংস্কৃত সাহিত্যৰ কাৰ্য্য সম্পূৰ্ণ নহব। সেইবাবে সংস্কৃত ভাষাৰ ধাতু, ছন্দ, অলঙ্কাৰ, ব্যাকৰণ, শব্দকোষ আদি বহুত ভাগত ভাগ কৰি, সকলো খৰচি মাৰি এখন বৃহৎ পুথি লিখিবলৈ মনস্থ কৰে। সংস্কৃত অভিধান লিখিবলৈ কলম ধৰোতেই ভাৰত আৰু ইউৰোপৰ বিখ্যাত পণ্ডিতসকলে বৰুৱাক অশেষ উৎসাহ দিছিল। এই বিৰাট পুথি ৰচনাতো সেই সকল পণ্ডিতৰ উদগনিত বৰুৱাদেৱে একাণপতীয়া ভাৱে কামত লাগিল। পুথিখনৰ নাম ৰাখিলে, "সংস্কৃত ভাষাৰ বৃহৎ ব্যাকৰণ।" পুথিখন ১২ টা ভাগত ভাগ কৰি ১২০০ পৃষ্ঠাত শেষ কৰিছিল। বৰুৱাই এটা নতুন প্ৰণালীৰে এই পুথিৰ মূল্য নিৰূপণ কৰিছিল। যিবিলাক গ্ৰাহকে কিতাপৰ বাবে আগধন দিছিল তেওঁলোকে ১০০ পিঠিত এটকা বাৰ অনা দিব লাগিছিল আৰু অন্য গ্ৰাহকলৈ বেলেগ দাম স্থিৰ কৰিছিল।

এনে এটা দায়ীত্বপূৰ্ণ চৰ্কাৰী চাকৰিত থাকি এনেহেন বিৰাট গ্ৰন্থ ৰচনা কৰা বৰুৱাই কঠিন যেন ভাবিলে। সেইগুণে ১৮৮১ চনৰ মেই মাহৰ ৩ তাৰিখৰ পৰা ৩ মাহ কামৰ পৰা অনুগ্ৰহ বিদায় ললে। পুথি লিখাৰ উদ্দেশ্যে দিনাজপুৰৰ পৰা কলিকতালৈ যায়। কলিকতাৰ হুলস্থুলৰ মাজত এনে কাম সমাধা নহব যেন ভাবি, বিলাতৰ বন্ধু তাৰকনাথ পালিতক এটা নিৰ্জ্জন ঘৰ বন্দোবস্ত কৰিবলৈ কলে। পালিতেও ২।১নং বাগবাজাৰৰ নিৰ্জ্জন ঠাইত এটা ঘৰ বন্দোবস্ত কৰি দিলে। বৰুৱাই এটা ছাপা যন্ত্ৰ কিনি লৈ

সেই ঘৰতে বহুৱাই তেওঁৰ ভায়েকৰ নামানুসৰি ছাপাখানাৰ নাম ৰাখিলে মণিৰাম যন্ত্ৰ। পূৰ্ণচন্দ্ৰ চক্ৰৱৰ্ত্তী নামৰ এজন পণ্ডিতক ছাপাখানাৰ মেনেজাৰ পাতিলে। সংস্কৃত আলোচনাত সহায় কৰিবৰ কাৰণে বৰুৱাই ৫ জন সংস্কৃত পণ্ডিতক বেতন দি বাগবাজাৰৰ ঘৰতে ৰাখিছিল।

ইয়াতে থাকোতেই বৰুৱাৰ বন্ধু বিহাৰীলাল গুপ্তৰ যোগেদি দনপট্ সিং নামে এজন মাৰোৱাৰীৰ পৰা ৮ হেজাৰ টকা দি এটা সুন্দৰ ঘৰ কিনে। অৰুণোদয় নামে এটা ছাপা যন্ত্ৰ কিনি সেই ঘৰতে বহুৱালে। কামাখ্যা প্ৰসাদ গাঙ্গুলী নামে এজন লোকক এই ছাপাখানাৰ মেনেজাৰ পাতিলে। এই ঘৰতে ব্ৰহ্মৰজাৰ প্ৰধান সেনাপতিক ইংৰাজে বন্দী কৰি ৰাখিছিল। কিছু দিনৰ পাছত এই ঘৰৰ কাষত থকা মাটি ডোখৰ, ৰাণী স্বৰ্ণময়ীৰ পৰা কেইবা হাজাৰো টকাত কিনি তাত এখন বাগান পাতে। এই ঘৰবাৰী পাছত ভোলানাথ বৰুৱাৰ সম্পত্তি হয়।

এই বাগানতে বৰুৱাৰ বৃহৎগ্ৰন্থ সংস্কৃত ব্যাকৰণ লিখিবলৈ প্ৰণালীটো ঠিক কৰি ললে; কিন্তু সেই গ্ৰন্থ ৰচনা কৰিবলৈ যি যি পুথিৰ আৱশ্যক সেইবিলাক পুথি কলিকতাৰ লাইব্ৰেৰী বিলাকত বিচাৰি নেপালে। বিলাতৰ বৃটিছ মিউজিয়মত আৰু অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ “বডেলিয়ান লাইব্ৰেৰীত” সেই বিলাক পুথি আছে। তদুপৰি বৃটিছ মিউজিয়মৰ অধ্যক্ষ চেচিল বেণ্ডেল এজন বিখ্যাত সংস্কৃতজ্ঞ। বৰুৱাই ভাবিলে

যে, যদি বিলাতলৈ যোৱা যায়, তেন্তে তাৰ সকলো লাইব্ৰেৰী আৰু সংস্কৃতজ্ঞ সকলৰ দিহাপৰামৰ্শ লৈ নিজৰ কামত বহুত আগুৱাব পাৰিব। ইয়াকে স্থিৰ কৰি বিলাতলৈ যাবলৈ ২ বছৰৰ ছুটী খুজি গবৰ্ণমেণ্টলৈ আবেদন কৰিলে। বৰুৱাৰ মহৎ উদ্দেশ্য সফলৰ বাবে গবৰ্ণমেণ্টে ছুটী দিলে। ১৮৮১ চনৰ ১৩ নবেম্বৰৰ পৰা ছুটী লৈ বহৰমপুৰৰ বাগানবাৰীত গ্ৰন্থ ৰচনাত কটালে। ১৮৮২ চনৰ অক্টোবৰ মাহত সংস্কৃত ব্যাকৰণৰ দশম ভাগ প্ৰকাশ কৰে।

**বিলাত যাত্ৰা (২য় বাৰ)**—এই বিৰাট গ্ৰন্থ লিখিবৰ সঁজুলি গোটাবলৈ বৰুৱাদেৱে ২য় বাৰ বিলাত বুলি ৰাওনা কৰিলে। যাওঁতে গঙ্গা নদীৰ বুকুতে ১০ম ভাগৰ পাতনি লিখে। আগৰ বাৰৰ দৰে এইবাৰো বৰুৱাই বিদ্যা আহৰণৰ বাবেই যাত্ৰা কৰে। আগৰ বাৰত ছাত্ৰাৱস্থাত শিক্ষাৰ প্ৰতি যিমান হেপাহ আছিল এইবাৰ তাতকৈ দুগুণ হেপাহ বুকুত বান্ধি নিছিল। ইউৰোপ পায়েই জাৰ্ম্মাণীৰ ডাঙৰ ডাঙৰ পণ্ডিত সকলক দেখা কৰিলে। সকলোৱে বৰুৱাৰ এই কাৰ্য্যত পাৰ্য্যমাণে সহায় কৰিবলৈ গাত ললে। বৃটিছ মিউজিয়মৰ সংস্কৃত লাইব্ৰেৰীৰ আৱশ্যকীয় সংস্কৃত সাহিত্য পঢ়ি, তাৰ সাৰাংশ বাছি লৈ নিজৰ সংস্কৃত ব্যাকৰণৰ সমল গোটাইছিল। সেই সময়ত বৰুৱাক পুথি ৰচনাত সকলো-প্ৰকাৰে সহায় কৰোঁতা, বডেলিয়ান লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান নিকলচন্, ডাক্তৰ ৰেইনল্ডৰষ্টে, বৃটিছ মিউজিয়মৰ প্ৰাচ্য

বিভাগৰ অধ্যক্ষ চেচিল বেণ্ডেল এই তিনি গৰাকীৰ নাম বিশেষ উল্লেখযোগ্য।

আনন্দৰাম বৰুৱা বিলাতত থকা সময়ত বৰ বেচিকৈ পৰিশ্ৰম কৰিব লগীয়া হৈছিল। কিতাপৰ নোট ৰখা, চিঠিপত্ৰ লিখা কাম ইমান বেচি হল যে, অকলে সেইবোৰ কাম শেষ কৰিব নোৱাৰাত পৰিল। সেইবাবে তেওঁৰ কামত সহায় কৰিবলৈ এগৰাকী ইংৰাজ মহিলাক সহকাৰীৰূপে লৈছিল। অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ সংস্কৃত অধ্যাপক ডঃ মোক্ষমূলাৰেও বৰুৱাক নথৈ সহায় কৰিছিল। বৰুৱাৰ মহৎ কাৰ্য্যত মোক্ষমূলাৰে এইদৰে প্ৰশংসা কৰিছিল,—"আপুনি সংস্কৃত ভাষাক নানান ভাগত ভগাই, প্ৰতি ভাগকে পুঙ্খানুপুঙ্খকৈ আলোচনা কৰি ১২ খণ্ডত যি বিৰাট গ্ৰন্থ লিখিব খুজিছে, সি বাস্তবিকে অলৌকিক কাণ্ড। ইয়াৰ কেইচোৱামান ওলালেও জগতৰ বিদ্বান সমাজৰ বিশেষ উপকাৰ হব। আৰু সংস্কৃত সাহিত্যৰ গৌৰৱ দহগুণ বাঢ়িব। এনেহেন গ্ৰন্থ সংকলন কৰি প্ৰকাশ কৰা এজন পুৰুষৰ জীৱনৰ কাম নহয়।"

বৰুৱাদেৱ ২য় বাৰ বিলাতলৈ যাওঁতে বঙ্গদেশৰ বৈজ্ঞানিক চাৰ প্ৰফুল্ল চন্দ্ৰ ৰায়ে, লণ্ডন বিশ্ববিদ্যালয়ৰ বিজ্ঞান বিভাগত ৰসায়ন চৰ্চ্চা কৰিছিল। ডক্তৰ ৰায়ে "হিন্দু ৰাসায়ণ শাস্ত্ৰৰ বুৰঞ্জী"ত বৰুৱাৰ গ্ৰন্থৰ পৰা বহুত প্ৰমাণমূলক টোকা তুলি দিছিল।

দুই বছৰ কাল বিলাতত থাকি, সেই বিৰাট গ্ৰন্থৰ সকলো

আৱশ্যকীয় টোকা গোটাই লৈ ১৮৮৩ চনৰ ১৬ অক্টোবৰ তাৰিখে বৰুৱাদেৱ ভাৰতৰ বোম্বাই বন্দৰত নামেহি।

**চট্টগ্ৰামত**—বিলাতৰ পৰা আহি ভাৰত পোৱাৰ লগে লগেই বৰুৱাদেৱৰ ছুটী অন্ত হয়। তেতিয়া গবৰ্ণমেণ্টে জইণ্ট-মেজিষ্ট্ৰেট্ আৰু ডেপুটি কলেক্টৰ কৰি আনন্দৰাম বৰুৱাক চটগ্ৰামত কাম কৰিবলৈ দিয়ে। চট্টগ্ৰামতে ভোজৰাজৰ ৰচিত "সৰস্বতীৰ কণ্ঠাভৰণ" নামে টীকাৰে সৈতে আৰু এখন সংস্কৃত পুথি প্ৰকাশ কৰে।

১৮৮৩ চনত "বামন-বাগভট্ট" আৰু "সৰস্বতী কণ্ঠাভৰণ" দুয়োখন একেলগে প্ৰকাশ কৰে। প্ৰথমে ইয়াৰ দাম আছিল ১৫৲ টকা পাছত সেই দাম কমাই ৭৲ টকা কৰে। কিন্তু দুয়োখন পুথি একেলগ কৰাত বহুতে অসুবিধা দেখুৱাত "সৰস্বতীৰ কণ্ঠাভৰণ" খনি বেলেগে প্ৰকাশ কৰে। তাৰ দাম ৰাখিলে ৫৲ টকা।

**নোৱাখালিত**—(১ম বাৰ) আগতে কোৱা হৈছে যে, উপযুক্ত ভাৰতীয় জনক জিলাৰ ভাৰ দিবলৈ গবৰ্ণমেণ্টে স্থিৰ কৰে। সেই বাবেই ১৮৮৪ চনৰ মেই মাহত বৰুৱাক নোৱাখালি জিলাৰ মেজিষ্ট্ৰেট কৰি বদলি কৰে।

যি সময়ত আনন্দৰাম বৰুৱা নোৱাখালিলৈ যায়, সেই সময়ত তাৰ বাসীন্দা বিলাকৰ ভিতৰত অমিল অসূয়া ভাব বৰ বেচি আছিল। সেই কাৰণে তেওঁলোকে কোনো উন্নতি-মূলক কাম কৰিব নোৱাৰিছিল। বৰুৱাৰ সজগুণৰ কথা

নোৱাখালিবাসীয়ে বহুত দিনৰ আগৰ পৰাই শুনি আহিছিল গতিকে তেওঁক পোৱা মাত্রেই নোৱাখালি বাসীয়ে অভিনন্দন পত্র দি অভ্যর্থনা জনালে। বৰুৱাৰ আগমনত নোৱাখালি-বাসীৰ আনন্দৰ ওৰ নপৰা হল। বৰুৱাদেৱেও তেওঁলোকৰ মৰম সুৱঁৰি প্রজাৰ হিতকৰ কামত হাত দিলে। প্রথমে বৰুৱাই নোৱাখালি আৰু বৰিশালৰ মাজত অহাযোৱাৰ সুবিধার্থে কর্তৃপক্ষৰ লগত লিখালিখি কৰি, এখন জাহাজ চলায়। সেই জাহাজ আজিলৈকে চলি আছে। নোৱাখালি জিলাত আলিৰ কাষত নর্দমা নোহোৱা বাবে লেতেৰা বোকা-পানী গোটখাই মানুহৰ স্বাস্থ্য হানি কৰিছিল। বৰুৱাৰ আমোলতে সেই নর্দমাবিলাক দ আৰু বহল কৰি দিয়াত বাৰিষাও তাত এটোপা পানী নোৰোৱা হল। তদুপৰি সেই জিলাৰ পায়খানাবিলাক বহুত দিনৰপৰ ব্যৱহাৰ কৰা একোটা গাঁত আছিল। তাৰ দুর্গন্ধৰ পৰাও মানুহৰ অপকাৰ হৈছিল। বৰুৱাই হুকুম কৰি উন্নত প্রণালীৰ পায়খানা লোৱাবলৈ প্রজাক বাধ্য কৰায়। ময়লা পৰিষ্কাৰ কৰিবলৈ বিহাৰৰ পৰা মেটোৰ অনাই দিয়ে। আগতে নোৱাখালিৰ প্রজাই নদীৰ কাষৰ জলাতক আৰু বালিচৰ বিলাকৰো খাজনা দিব লাগিছিল। বৰুৱাই প্রজাৰ পৰা এনে অন্যায় ভাবে খাজনা নলৈ সেই বিলাক মাটিৰ খাজনা মাফ্ দিছিল।

নোৱাখালিত থাকোতেই আনন্দৰাম বৰুৱা ১৮৮৫ চনৰ ৭ এপ্রিল তাৰিখৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ সদস্য নিযুক্ত

হয়। তেওঁক "ফেকাল্টি অৱ আর্টচ"ৰ সদস্য নিযুক্ত কৰিছিল। আজৰি সময়ত বৰুৱাই সেই বিষয়ৰ সজ আলোচনাত যোগদি ভাৰতীয় ছাত্ৰ সকলৰ উন্নতিৰ হকে নথৈ যত্ন কৰিছিল। নোৱাখালিত থাকোতেই বৰুৱাই ৺ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰকে আদি কৰি সংস্কৃত পণ্ডিত সকলৰ লগত দেখা সাক্ষাতৰ সুবিধা পাইছিল। মাজে সময়ে অসমীয়া লৰাৰ ছাত্ৰাবাসলৈ গৈ ছাত্ৰসকলক সাৰুৱা উপদেশেৰে উৎসাহিত কৰিছিল। বৰুৱাই গধূলি পৰত প্ৰায়ে পুৰণি কিতাপৰ দোকান বিলাকৰ কিতাপবিলাক চাই আৱশ্যকীয় নোট বিলাক লিখি ৰাখিছিল।

**ত্ৰিপুৰাত**—নোৱাখালিৰ পৰা ১৮৮৫ চনৰ অক্টোবৰ মাহত বৰুৱাদেৱক ত্ৰিপুৰালৈ বদলি কৰে। তাত তেওঁ প্ৰায় ১ বছৰ মানহে থাকিবলৈ পালে।

**বগুৰা জিলাত**—১৮৮৫ চনত আনন্দৰাম বৰুৱাক একে কামতে বগুৰা জিলালৈ বদলি কৰে। বগুৰা, ত্ৰিপুৰা আৰু নোৱাখালিত থাকোতে তেখেতৰ সংস্কৃত ব্যাকৰণত ইমান মানসিক পৰিশ্ৰম কৰিছিল যে, কিছুদিন জিৰণিৰ বিশেষ আৱশ্যক হয়। সেই কাৰণে ১৮৮৬ চনৰ ডিচেম্বৰ মাহত আকৌ ৩ মাহৰ অনুগ্ৰহ বিদায় ললে।

**নোৱাখালিত**—( ২য় বাৰ ) ১৮৮৭ চনৰ ফেব্ৰুৱাৰী মাহত মেজিষ্ট্ৰেট্ হৈ বৰুৱা আকৌ নোৱাখালি জিলালৈ বদলি হয়। সেই বছৰৰ এপ্ৰিল মাহতে তেখেতে ২য় শ্ৰেণীৰ মেজিষ্ট্ৰেট্ পদলৈ প্ৰমোচন পায়। তেতিয়া বৰুৱাদেৱৰ

বেতন মাহে ৯০০৲ টকা আৰু এলাউন্স্ ৪০০৲ টকা আছিল।

নোৱাখালি জিলা সৰ্ব্বতোভাৱে উন্নতি কৰিবলৈ বৰুৱাই নথৈ যত্ন কৰিছিল। সেই উদ্দেশ্যে জিলাৰ গণ্যমান্য ধনী মানুহ বিলাক গোটাই ইংলণ্ড, আমেৰিকা আদি পশ্চিমৰ দেশ বিলাকৰ লগত বেহাবেপাৰ কৰিবলৈ বুলি এখন সভা পাতে; কিন্তু নিৰ্দ্ধাৰিত টকা গোট নোখোৱাত সেই কাম হৈ নুঠিল। তাৰ মানুহবিলাকে ঘৰুৱা বস্তুৰ বেচা-কিনা কৰিবলৈ বৰুৱাই ঠায়ে ঠায়ে হাট বহুৱাইছিল। পানীৰ সুবিধাৰ কাৰণে পুখুৰী খনাই দিয়াইছিল। এতিয়াও নোৱাখালি জিলাৰ "বৰুৱা দীঘি" আৰু "বৰুৱা বাজাৰে" আনন্দৰাম বৰুৱাৰ সজ কামৰ চিনাকি দিয়ে। নোৱাখালিৰ জৱিলী ছোৱালী হাইস্কুল খনো বৰুৱাইহে স্থাপন কৰিছিল। মুঠতে নোৱাখালি জিলাত বৰুৱাই যিবিলাক সজকাম কৰি আহিল, তাৰ বাবে আজিও তাৰ অধিবাসীবিলাকে বৰুৱাৰ নাম পাহৰিব পৰা নাই। যিখন ঠাই আবৰ্জ্জনাৰে পৰিপূৰ্ণ, যিখন ঠাইৰ বাসীন্দাই নিজক নিজে দেখিব নোৱাৰিছিল, সেই হেন ঠাইক বৰুৱাই অমৰাপুৰী যেন কৰিলে। অকল গবৰ্ণমেণ্টৰ টকাৰেই যে প্ৰজাৰ হিতজনক কাম কৰিছিল এনে নহয়, নিজৰ জেপৰ টকা খৰচ কৰিও প্ৰজাৰ অভাব, অসুবিধা দূৰ কৰিছিল। তলত দিয়া উদাহৰণটিৰ পৰা বৰুৱাৰ উদাৰ মনৰ পৰিচয় ভালকৈয়ে পোৱা যায়। সন্দীপ আৰু হাটীয়া দ্বীপ দুটা

সাগৰৰ মাজত মানুহ থকা দুটা মাজুলীৰ দৰে। তালৈ অহাযোৱা কৰোতে নাৱৰ পৰা পৰি বা নাও ডুবি বহুত মানুহ মৰিছিল। বৰুৱাই প্ৰজাৰ দুৰ্গতি দেখি, তাত এখন সৰু জাহাজ চলাবলৈ বুলি জাহাজ কোম্পানীৰ লগত বহুত লিখালিখি কৰে। জাহাজৰ যাত্ৰী কম হোৱাৰ ভয়ত কোম্পানীয়ে প্ৰথমে জাহাজ চলাবলৈ অমত প্ৰকাশ কৰিছিল। কিন্তু বৰুৱাই নিজৰ পৰা আগধন কোম্পানীক দিও জাহাজ চলালে। লাহে লাহে যাত্ৰীৰ সংখ্যা বেচি হোৱা বাবে সেই জাহাজ স্থায়ীভাৱে চলাচল কৰিবলৈ ধৰিলে।

নোৱাখালি জিলাতে বৰুৱাই আৰু কেইবাখনো পুথি লিখিছিল। যেনেঃ—ধাতুবৃত্তিসাৰ, অমৰ সিংহৰ নাম লিঙ্গানুশাসন, ঋতুকোষ বা ধাতুপাঠ। এই কেইখন পুথি প্ৰকাশ কৰাৰ পাছতে বৰুৱাদেৱৰ গাত বেমাৰে দেখা দিয়াত, হাতে লিখা অৱস্থাত থকা বহুত পুথি প্ৰকাশ কৰি ৰাইজৰ হাতত দিবলৈ আৰু সুবিধা নেপালে।

নোৱাখালিত থাকোতেই বৰুৱাই বৰ বেচিকৈ মানসিক পৰিশ্ৰম কৰিছিল। সেই কাৰণে তেখেতৰ শৰীৰ ক্ৰমে দুৰ্ব্বল হৈ আহিবলৈ ধৰিলে। শেষত ১৮৮৮ চনৰ ডিচেম্বৰ মাহত বৰুৱাৰ গাত পক্ষাঘাত বেমাৰে দেখা দিলে। কামত থাকিয়েই যিমান পাৰে সিমান বেমাৰৰ চিকিৎসা কৰাইছিল। সাগৰৰ পানীত গাধুলে বেমাৰৰ উপশম হব বুলি ডাক্তৰ সকলে উপদেশ দিয়াত বৰুৱাদেৱে সাগৰত গা ধুবলৈ ধৰিলে।

গাধোৱাৰ পৰা বৰুৱাৰ বেমাৰ কমক চাৰি ক্রমে বেচিহে হবলৈ ধৰিলে। শৰীৰৰ সোঁফালত সাৰ-সিকতি নোহোৱাত পৰিল। আনে সহায় নকৰিলে নিজে উঠিব বহিব নোৱাৰা হল। উপায়ান্তৰ হৈ ১৮৮৯ চনৰ বৰদিনৰ বন্ধৰ লগতে ২ মাহ কামৰ পৰা ছুটী ললে। আৰু কলিকতালৈ গৈ চিকিৎসা কৰাবলৈ সাজু হল। বৰুৱাদেৱৰ হঠাৎ এনে হোৱাত, নোৱাখালি বাসীৰ শোকৰ পাৰ নোহোৱা হল। তেওঁলোকে বৰুৱাৰ আশু আৰোগ্যৰ কাৰণে ভগবানৰ ওচৰত হাতযোৰ কৰি প্রার্থনা কৰিবলৈ ধৰিলে।

**বেমাৰী অৱস্থাত**—চিকিৎসাৰ বাবে কলিকতালৈ যোৱা সময়ত বৰুৱাৰ শৰীৰ একেবাৰেই অৱশ। সেই কাৰণে বৰুৱাই নিজে, তেখেতৰ কলিকতাৰ পুৰণি বন্ধু তাৰকনাথ পালিতলৈ বেমাৰী অৱস্থাত সহায় কৰিবলৈ বুলি তলত দিয়া চিঠিখন লিখে।

"মোৰ শৰীৰৰ অৱস্থা ভাল নহয়। চিকিৎসাৰ কাৰণে দুমাহ ছুটী লৈছোঁ। কলিকতালৈ গৈ আপোনাৰ ঘৰতে আশ্রয় লমগৈ। মোৰ লৰিব-চৰিব পৰা শক্তি একেবাৰেই নাই বুলিলেও বঢ়াই কোৱা নহয়। অনুগ্রহ কৰি শিয়ালদহ ষ্টেচনলৈ আহিব; আৰু লগত এখন লেণ্ডোগাড়ী লৈ আহিব, যাতে মই কোনো কষ্ট নোপোৱাকৈ শুই-মেলি যাব পাৰোঁ।"

বৰুৱাৰ চিঠি মতেই পালিতে গাড়ী লৈ নির্দ্দিষ্ট সময়ত শিয়ালদহ ষ্টেচনলৈ আহিল। সেই সময়ত বৰুৱাৰ এনে

অৱস্থা আছিল যে, গাড়ীত তোলোতে আৰু নমাওঁতে মানুহে ধৰাধৰি কৰি ডাঙ্গিহে নিব লাগিছিল। বৰুৱাদেৱৰ এনে শোকলগা অৱস্থা দেখি পালিতে বৰ বেজাৰ পালে। বৰুৱা থাকিবৰ বাবে পালিতে নিজ ঘৰৰ এটা কোঠালি আজৰাই দিলে। সেই ঘৰটোকে পাছত কলিকতা বিশ্ববিদ্যালয়ৰ বিজ্ঞানাগাৰ খুলিবলৈ দান কৰি দিলে।

পালিতৰ ঘৰত বৰুৱাক সকলোৱে দেহেকেহে লাগি শুশ্রূষা কৰিছিল। বৰুৱাৰ ইচ্ছানুযায়ী কলিকতাৰ সকলো বিলাক বিখ্যাত কবিৰাজৰ দ্বাৰাই চিকিৎসা কৰাইছিল। কিন্তু সেইবিলাক চিকিৎসাৰ পৰা বেমাৰ অলপো উপশম নহল। তাৰ পাছত ক্রমে জাৰ্মাণ হোমিওপ্যেথিক ডাক্তৰ চেলেজাৰ, বঙ্গদেশৰ মহেন্দ্ৰলাল সৰকাৰ আৰু কবিৰাজ বিজয়ৰত্ন সেনে চিকিৎসা কৰিছিল। তেওঁ কিন্তু কাৰো পৰা উপকাৰ নেপালে। তথাপিও জাৰ্মাণ কবিৰাজ ডাঃ চেলেজাৰে কৈছিল, "এনে বেমাৰে মোক টলাব নোৱাৰে। মই কেতিয়াও হতাশ নহওঁ।" কিন্তু কি হব! পাৰোঁতে মানুহে কয়নে "জয় কালত ভয় নাই, মৃত্যুকালত ঔষধ নাই।"

নিজৰ অভিজ্ঞতা আৰু ডাক্তৰসকলৰ মতামতৰ পৰা তাৰকনাথ পালিতে বৰুৱাৰ জীৱনৰ আশা কম বুলি জানিলে। সেই কাৰণে বৰুৱাৰ সম্পত্তি বিলাক উইল কৰা উচিত বিবেচনা কৰি বৰুৱাক সেই কথা ক'লে। তেতিয়াও বৰুৱাই জীৱনৰ আশা নেৰাৰ কাৰণেই নে কি, উইল কৰিবলৈ সন্মত

নহল। তেতিয়া পালিতে বৰুৱাৰ কোনো আত্মীয় স্বজনকে তেওঁৰ ওচৰলৈ মাতিবলৈ স্থিৰ কৰিলে। সেই মতেই বৰুৱাৰ খুৰাক বেণুধৰ উকিললৈ বৰুৱাৰ অৱস্থা বৰ্ণাই "টেলিগ্ৰাম" কৰিলে। বেণুধৰ সেই সময়ত কোনো এৰাব নোৱাৰা লেঠাত পৰি আহিব নোৱাৰিলে। তেতিয়া বেণুধৰৰ ভতিজাক ৰত্নধৰ কলিকতাত থাকি পঢ়িছিল। বেণুধৰে বৰুৱাৰ ওচৰলৈ যাবলৈ ৰত্নধৰলৈ "টেলিগ্ৰাম" কৰিলে। তেতিয়াহে কলিকতাৰ অসমীয়া ছাত্ৰসকলে বৰুৱাদেৱৰ বেমাৰৰ খবৰ পালে।

লাহে লাহে বৰুৱাই গম পালে যে তেওঁ আৰু নাবাচে। তেতিয়াহে তেওঁৰ সম্পত্তি বিলাক উইল কৰিবলৈ মত দিলে। তাৰকনাথ পালিতৰ আগত এই কথা কোৱাত, পালিতে হাই-ক'ৰ্টৰ এটৰ্ণি এন, চি, বোচক উইল লিখাবলৈ মাতি আনিলে। তেখেতে উইলৰ ওপৰৰ শিৰোনামাটো লিখি, বৰুৱাৰ কব লগীয়া কথা শুনিবলৈ মুখলৈ চালে। মৃত্যুৰ বেজাৰত বৰুৱাৰ দুগালেদি দুধাৰি চকুলো বৈ গল। বোচে মনৰ বেজাৰতে সেই দিনা উইল লিখিবলৈ স্থগিত ৰাখি, পাছদিনা আহি লিখিম বুলি কৈ গুচি গল। পাছদিনাৰ পৰা বৰুৱাৰ বেমাৰ ক্ৰমাৎ টান হৈ আহিবলৈ ধৰিলে।

অসমীয়া ছাত্ৰসকলে দলে দলে আহি বৰুৱাৰ বেমাৰৰ খবৰ লবলৈ ধৰিলে। সেই সময়ত বৰুৱাৰ চেতনা প্ৰায় নোহোৱাৰ নিচিনা। বেনুধৰৰ ভতিজাক ৰত্নধৰে সুধিলে,

"আমি সদৌ অসমীয়া ছাত্ৰই আপোনাক শুশ্ৰূষা কৰিবলৈ পালে ভাল পাম।" উত্তৰত বৰুৱাই কলে, "সি তোমালোকৰ ইচ্ছা। মই তোমালোকক কেতিয়াও একো উপকাৰ কৰা নাই। সেইবাবে তোমালোকক কোনো কথা অনুৰোধ কৰিবলৈ মোৰ একো অধিকাৰ নাই।"

সকলো অসমীয়া ছাত্ৰই বৰুৱাদেৱৰ খা-খবৰ, সেৱা-শুশ্ৰূষা কৰি ডুপৰীয়া আহাৰ কৰিবলৈ দিহাদিহি গল, সেই দিনাৰ বেমাৰ আন দিনাতকৈ টান যদিও পালিতে বেমাৰৰ উক দিছে বুলিহে ভাবিছিল। আকৌ ভাল হব বুলি ভাবি, তেখেতৰ জৰুৰী মোকৰ্দ্দমা এটা থকাত হাইকোৰ্টলৈ গল। হাইকোৰ্টৰ পৰা ঘূৰি আহি দেখে যে, বৰুৱাৰ শেষ নিশ্বাস পৰিবলৈ আৰু সৰহ পৰ নাই। পালিতে লৰালৰিকৈ অসমীয়া ছাত্ৰ সকলৰ ছাত্ৰাবাসলৈ এই খবৰ দি সিবিলাকক সোনকালে মাতি পঠালে।

মৃত্যু—অসমীয়া ছাত্ৰসকল আহি পোৱাৰ আগতে, ১৮৮৯ চনৰ ১৯ জানুৱাৰী শুক্ৰবাৰে আবেলি দুই বজাত অসম মাতৃৰ সুপুত্ৰ আনন্দৰাম বৰুৱাই পৰলোকলৈ গতি কৰিলে। মৃত্যুৰ সময়ত বৰুৱাৰ বয়স ৩৯ বছৰ পূৰ হোৱা নাছিল। এই খবৰ এক নিমিষতে চাৰিও ফালে প্ৰচাৰ হৈ গল। আবেলি ৫ বজাত হে অসমীয়া ছাত্ৰসকল আহি পালেহি। পালিতে অসমীয়া ছাত্ৰাবাসলৈ বৰুৱাৰ টান হোৱা বাতৰি পঠাওঁতেই কলিকতা বাসী সকলোৱে বৰুৱাক চাবলৈ লৰি আহিছিল; কিন্তু সিবিলাকে আহি বৰুৱাৰ নিৰ্জ্জীৱ শৰীৰটোহে দেখিবলৈ পালেহি।

অসমীয়া ছাত্ৰসকলে বৰুৱাৰ মৃতদেহ আন মানুহক চুবলৈ নিদিলে। যাৰ ঘৰত বৰুৱা ইমান দিন ৰোগ শয্যাত পৰি আছিল, সেই তাৰকনাথ পালিতকো শৱ চুবলৈ নিদিলে। মৰা শৱটোৰ ওপৰত এখন বগা কাপোৰ দি ঢাকি থোৱা হৈছিল। তেনেতে এজন বঙালী ডেকাই কলে, "সৌৱা চোৱা বঙ্গৰ গৌৰৱ অন্তিম শয্যাত শায়িত।" এই কথা শুনি অসমীয়া এজনে গৰ্জ্জি উঠিল আৰু ক'লে, "বঙ্গৰ গৌৰৱ নহয়, এয়া অসম গৌৰৱ অনন্ত শয্যাত নিমগন।" মৰাশৱ সমুখত লৈ অসমীয়া আৰু বঙালী দুয়ো দলৰে তক বিতৰ্ক হবলৈ ধৰিলে। তেনেতে এজন বঙালী ঠিকাদাৰে ক'লে, "নহয়, এয়া এজন ভাৰত গৌৰৱ মহাপুৰুষ অনন্ত নিদ্ৰাত নিমগন।" ঠিকাদাৰ জনে কোৱা কথাষাৰেই প্ৰকৃত সত্য। কাৰণ বৰুৱাই চকাৰৰ চাকৰি কৰিহে অসম আৰু বঙ্গৰ যি পাৰে উপকাৰ কৰিছিল, আনফালে ভাৰতৰ উন্নতিৰ হকে নিজৰ শৰীৰলৈকো কটাক্ষ নকৰি, সংস্কৃত ভাষাত যি দান দি গ'ল সেই দানেই তেখেতৰ নাম ভাৰতত নেলাগে পৃথিবীতো অমৰ হৈ ৰ'ল।

বৰুৱাৰ মৃতদেহ অতি সমাৰোহে কলিকতাৰ কালিঘাট শ্মশানলৈ নিয়া হল। মৃতদেহ বহন কৰিছিল অসমীয়া ছাত্ৰ সকলে। লগত সদৌ কলিকতাবাসীয়ে শোভা যাত্ৰা কৰি গৈছিল। পালিতে সকলো সময়তে জামা জাঙিয়াহে পিন্ধিছিল, কিন্তু সেই দিনা মৃতকৰ সম্মানাৰ্থে ওচৰৰ দোকান এখনৰ পৰা চুৰিয়া এখন কিনি সেইখন পিন্ধিহে শ্মশানলৈ গৈছিল।

পালিতৰ ঘৰৰ পৰা মৃতদেহ শ্মশানলৈ নিওঁতে ৰাতি ১০ মান বাজিল। বৰুৱাৰ আত্মীয় ৰত্নধৰ বৰুৱাই মৃতকৰ মুখাগ্নি কৰিলে। চাই থাকোতেই আনন্দৰামৰ নশ্বৰ দেহা ধোঁৱাৰ লগত মিহলি হৈ শূন্যত লোপ পালেগৈ। সমূহ ৰাইজে মৃতকৰ অস্থি গঙ্গাত বিসৰ্জ্জন দি বেজাৰ মনেৰে থকা ঠাইলৈ উভতিল।

বৰুৱাৰ মৃত্যুৰ পাছদিনাহে ভায়েক কেশৱৰাম কলিকতা পাইছিল হি। ককায়েকৰ মৃত্যু বাতৰিত কেশৱৰাম অস্থিৰ হল। তাৰকনাথ পালিতে নানা প্ৰবোধ দি তেওঁক সান্ত্বনা কৰিলে। বৰুৱাৰ সঞ্চিত টকা কলিকতাৰ কেইবাটাও বেঙ্কত জমা আছিল; কিন্তু কেশৱৰামে বহুত যত্ন কৰিও সেই টকাৰ একো উৱাদিহ উলিয়াব নোৱাৰিলে। তাৰকনাথ পালিত আৰু মাণিকচন্দ্ৰৰ যত্নত ৪০ হেজাৰ টকাহে ভায়েকে পালে। ভায়েকহঁতৰ হাতত পৰি সেই টকা আৰু বহৰম পুৰৰ বাগানখনো অনৰ্থক নষ্ট হল। বৰুৱাৰ পুথি ভৰালত বহুত অপ্ৰকাশিত পুথি আৰু এখন অভিধানো আছিল। সেইবিলাকৰ মূল্য নুবুজা বাবে ফটা কাকতৰ দৰে ওজন হিচাবে বজাৰত বেচিলে। পালিতৰ সৈতে একেলগে কিনা বৰুৱাৰ বহুমূলীয়া এটা সোণৰ ঘৰী আছিল। বৰুৱাৰ মৃত্যুৰ পাছত তাৰো একো উৱাদিহ নোলাল। বৰুৱাই আহাৰ খাওঁতে ব্যৱহাৰ কৰা ৰূপৰ কাটা-চামুচ কিছুমান ভায়েকৰ হাতত পৰে। সেইবিলাকত বৰুৱাৰ নাম কটা

আছিল। ব্যৱহাৰ নজনা ভায়েকহঁতৰ হাতত পৰি সেইবিলাক বস্তুও লোপ পালে।

বৰুৱাৰ মৃত্যু-বাতৰি সোনকালে চাৰিওফালে প্ৰকাশ হৈ গ'ল। চাৰ গুৰুদাসে প্ৰিয় শিষ্য আনন্দৰামৰ পৰলোকৰ বাতৰি শুনি বেজাৰত কান্দি পেলালে। বাতৰি কাকত বিলাকে বৰুৱাৰ আকস্মিক মৃত্যুত শোক প্ৰকাশ কৰিবলৈ ধৰিলে। বৰুৱাৰ অকাল মৃত্যুয়ে ভাৰতৰ পূৰাব নোৱাৰা ক্ষতি কৰিলে। তেখেতে যি ঠাইতে কাম কৰিছিল, তাতেই সকলোৰে মনত সন্তোষ দিব পাৰিছিল। তেখেতৰ বিয়োগত ৰজাঘৰ আৰু প্ৰজাঘৰ দুয়োৰে অশেষ ক্ষতি হ'ল। আনন্দৰাম বৰুৱা এনে দায়ীত্বপূৰ্ণ কামত ব্যস্ত থাকিও যে, সংস্কৃত সাহিত্যৰ ইমান উন্নতি কৰিলে, তাক জগতে পাহৰিব নোৱাৰে। অসমৰ ওপৰত ঈশ্বৰৰ কিবা অভিসম্পাত আছে; কাৰণ যাৰ দ্বাৰা অসম মাতৃৰ মুখ উজ্জ্বল হব বুলি আশা কৰা যায়, সেই সকলক অকালতে কালে হৰি নিয়ে। যদি বৰুৱাদেৱে উপযুক্ত বয়স পালেহেতেন তেন্তে তেখেতৰ পৰা দেশে আৰু কিমান অমূল্য ৰত্ন পালেহেতেন।

**চৰিত্ৰ**—আনন্দৰাম বৰুৱা সৰুকালৰ পৰাই নিচেই নিমাতী স্বভাৱৰ আছিল। সৰু কালৰ ধেমালিতো লগৰীয়া ভাল নেপাই মাটিৰ পুতলা সাজিহে ধেমালি কৰিছিল। যেতিয়া স্কুলত পঢ়ে তেতিয়াৰ পৰা তেখেতৰ উদ্দেশ্য আছিল জ্ঞানাৰ্জ্জন কৰা। সেই সময়তো বৰুৱাৰ লগৰীয়া আছিল পাঠ্য পুথি

পৃথিবী বিখ্যাত পণ্ডিত সকলৰ লগত অর্থাৎ সেই সকল লোকে কৰা কিতাপৰ লগত সৰু কালৰ পৰাই বৰুৱাৰ ঘনিষ্ঠতা। বৰুৱাৰ মনত ৰখা শক্তি ইমান বেছি আছিল যে, ১৪ বছৰ বয়সতে “অমৰকোষ”খন মুখস্থ মাতিব পাৰিছিল। সৰুকালৰ পৰাই বাপেকে যি ব্যাকৰণ শিক্ষা দিয়াইছিল সেই অভ্যাসেই বৰুৱাৰ জীৱনব্যাপী বৈ গল। কলিকতা, লণ্ডন আদি লাহবিলাহৰ ঠাইতো বৰুৱাৰ মন বিচলিত নহৈ, নিজ কৰ্ত্তব্যত মন পুতি লাগিছিল। কিতাপৰ লগত বৰুৱাৰ ইমান প্ৰীতি উপজিছিল যে, সেই বিলাকৰ আলোচনাৰ পৰা দূৰত থাকিব লাগিব বুলিয়েই বিয়া নকৰালে। যদি আনন্দৰাম বৰুৱাক কোনো লোকে কেতিয়াবা বিয়া কৰাবলৈ কয়, তেতিয়া তেখেতে কিতাপৰ আলমাৰিলৈ আঙুলিয়াই কয়,— “এই কিতাপেই মোৰ ভাৰ্য্যা। মই কোনো শৰীৰিণী ভাৰ্য্যাক বিয়া কৰাই দ্বিপত্নীক নাম লব নোখোজো।” বৰুৱাই বিবাহ বন্ধনত সোমোৱা এটা জঞ্জাল বুলি ভাবিছিল। বিয়া কৰালে মনপুতি কৰা সাহিত্য চৰ্চ্চাও নেথাকিব বুলি সন্দেহ কৰিছিল। আনন্দৰাম বৰুৱাই বিয়া নকৰোৱা আৰু অন্য এটা কাৰণ আছে বুলি বহুতে অনুমান কৰে। যি সময়ত তেখেত বিলাতলৈ যায়, সেই সময়ত অসমীয়া সমাজ আজিৰ দৰে নাছিল। বিলাত ফিৰং বুলিলে “মেলেছ” বুলি সকলোৱে ঘিণাইছিল। তাৰ প্ৰমাণ স্বৰূপে বিলাতৰ পৰা আহি নিজঘৰ পাওঁতে বৰুৱাৰ বাপেকে বৰুৱাক যেনেদৰে ব্যৱহাৰ

কৰিছিল তাৰ পৰাই সেই সময়ৰ সমাজৰ অৱস্থা সুন্দৰকৈ বুজিব পাৰি। ইংৰাজী পঢ়িলে জাতি যায় বুলিও বহুতৰে বিশ্বাস আছিল। এইবোৰ কাৰণতে ভাল সম্ভ্ৰান্ত বংশৰ অসমীয়াই বৰুৱালৈ ছোৱালী দিবলৈ ইচ্ছা কৰা নাছিল, এনেকি দুজন অসমীয়া বন্ধুৱে বৰুৱাৰ লগত খোৱা-লোৱা কৰাৰ কাৰণে তেওঁলোকক সমাজে এৰি থৈছিল। সত্ৰাধিকাৰ এজনৰ কৃপাগুণেহে বন্ধুদুজন সেই বিপদৰ পৰা ৰক্ষা পালে।

বঙ্গদেশত এনে সামাজিক বান্ধোন নাছিল। সেই কাৰণে বৰুৱাক কন্যাদান কৰিবলৈ বহুত সম্ভ্ৰান্ত লোক ওলাইছিল। বহুত বঙালী ভদ্ৰলোকে বৰুৱাক বিবাহজালত পেলাবৰ কাৰণে নিজ নিজ কন্যাক তেওঁৰ লগত অবাধে ফুৰা-চকা কৰিবলৈ দিছিল। আনন্দৰাম বৰুৱা তেনে প্ৰলোভনত ভোল যোৱা বিধৰ মানুহ নাছিল। কাৰণ মাতৃভূমি অসমৰ বাহিৰে অন্য ঠাইত সম্বন্ধ পাতিবলৈ অলপো ইচ্ছা নকৰিছিল। বহুতেই ভাৱে, বৰুৱাই যদি অসমীয়া সম্ভ্ৰান্ত বংশৰ ছোৱালী পালেহেতেন তেন্তে বিবাহ বন্ধনত সোমালহেঁতেন।

আনন্দৰাম বৰুৱাই অকলে চিন্তা কৰি সুখ পাইছিল। চিন্তাশীল লোক মানুহৰ সংশ্ৰৱলৈ আহি ভাল নেপাই; কিন্তু বৰুৱা তেনে বিধৰো নাছিল। তেনে অৱস্থাত কোনো মানুহে তেখেতক দেখা কৰিবলৈ গলে মুকলি মনেৰে কথা পাতি অচিনাকি মানুহকো পুৰণি চিনাকিৰ দৰে কৰি লব পাৰিছিল।

সাত সাগৰ তেৰ নদীৰ সিপাৰে লণ্ডন নগৰত থাকোতেও

বৰুৱাই আপোন মানুহলৈ অলপো পাহৰা নাছিল। ভায়েক কেইজনক বৰ মৰম কৰিছিল। পিতৃমাতৃ দুয়োকে কেনেদৰে ভক্তি কৰিছিল, অভিধানৰ উচৰ্গাৰ পৰাই সেই কথা ভালদৰে বুজিব পাৰি। নিজক পৰশুৰামৰ ভায়েক বুলি চিনাকি দিহে গৌৰৱ অনুভৱ কৰিছিল।

বৰুৱাৰ মনৰ উদ্দেশ্য কাৰো আগত ভাঙ্গি নকৈছিল। কাম নৌ হওঁতেই আনৰ আগত সেই কথা কৈ আনন্দ পোৱা বিধৰ মানুহ তেওঁ নাছিল। নিজৰ গৌৰৱ, যশস্যা নিজে কৰিও ভাল নেপাইছিল আৰু কোনোৱে কৰিলেও তেওঁ লাজহে পাইছিল।

বহুত মহৎ লোকে নিজৰ কাৰ্য্যাৱলী আলোচনা কৰি জীৱনী লিখি থৈ যায়। সেই জীৱনীৰ পৰাই দেশৰ আৰু সমাজৰ বহুত উপকাৰ সাধিত হয়। কিন্তু বৰুৱাদেৱে নিজৰ জীৱনী লিখি আনৰ পৰা গৌৰৱ লাভ কৰিবলৈ ইচ্ছা নকৰা বাবেই তেখেতৰ বহুমূলীয়া জীৱনৰ বহু অংশ আজি অসম্পূৰ্ণ।

বৰুৱাই যদিও চাকৰি জীৱনটোত হাকিম হৈয়ে কটালে তথাপি অন্তৰত অলপো মই-বৰ ভাৱ নাছিল। যাক যেনে কথা কলে বেয়া পাইছিল, তেওঁক কেতিয়াও তেনে কথা কৈ মনত আঘাত নিদিছিল। সাধাৰণ মানুহেও বৰুৱাৰ লগত কথা পাতি ইমান মোহ গৈছিল যে, জিলাৰ বৰ চাহাব এজনৰ লগত হে কথা পাতিছে এইটো একেবাৰেই পাহৰি যায়।

বৰুৱা দেৱৰ সকলো বিষয়তে সমান অভিজ্ঞতা আছিল।

সেই কাৰণে ব্যৱসায়ীৰ লগত ব্যবসায় সম্বন্ধীয়, খেতিয়কৰ লগত খেতিৰ বিষয়ে কথা পাতি সন্তোষ দিব পাৰিছিল।

বহুত লোকক দেখা যায় যে ডাঙৰ পদবী পালেই নিজৰ পূৰ্ব্বৰ অৱস্থা একেবাৰেই পাহৰি যায়। সাধাৰণ মানুহৰ লগত কথাবতৰা পতা বা চিনা-চিনি হোৱাও অপমানজনক বুলি ভাৱে। বহুতে ভাৱে ই কেৱল ইংৰাজী শিক্ষাৰে দোষ। কিন্তু সেই ইংৰাজী শিক্ষাতে সুপণ্ডিত আনন্দৰাম বৰুৱাক এই বিলাক দোষে স্পৰ্শ কৰিব নোৱাৰিছিল। চাকৰিত থাকিও নিজ জন্মভূমিলৈ অলপো নেপাহৰিছিল। চাকৰিৰ অন্তত বুঢ়া কালটো অসমত সুখেৰে কটাবৰ কাৰণে মঙ্গলদৈ মহকুমাৰ কলাই গাৱঁত এখন চাহ বাগিচা খুলিবলৈ যত্ন কৰিছিল। সেই বাগিচাৰ খৰচৰ কাৰণে বৰুৱাই মাহে ১২০০৲ টকা দি থাকিবলৈ স্থিৰ কৰিছিল আৰু বাগিচাৰ মেনেজাৰ মানিকচন্দ্ৰ বৰুৱাক নিয়োগ কৰিবলৈ মনতে পাঙিছিল; কিন্তু বৰুৱাৰ অকাল মৃত্যুত সেই কাম হৈ নুঠিল।

নিজক অসমীয়া বুলি কৈ বৰুৱাই গৌৰৱ অনুভৱ কৰিছিল। তেওঁ দুখীয়া দৰিদ্ৰৰ বন্ধু আছিল। কামত চফৰ ফুৰিবলৈ যাওঁতে লগত চাউল, কাপোৰ আদি সৰহকৈ লৈ গৈছিল। বাটত দুখীয়া মানুহ পালে চাউল-কাপোৰ দি সহায় কৰিছিল। নিজৰ বঙলাত থাকোতেও সদায় এপাচি চাউল এজন দাৰোৱানৰ হাতত ৰাখি ভিখাৰী আহিলে দিবলৈ কৈছিল। তাৰ উপৰিও দুখীয়া লৰাক টকা দি পঢ়াত সহায়

কৰিছিল। বৰুৱাৰ বংশধৰ পোনাৰাম বৰুৱাৰ আৰ্থিক অৱস্থা নথকাত তেওঁক তিনি মাহত ১০০৲ টকাকৈ পঠাই সহায় কৰিছিল।

বৰুৱাই কাৰো আত্মসন্মানত হাত নিদিছিল। নিজৰ আত্ম-সন্মান সদায় অটুট ৰাখিছিল। শিৱসাগৰৰ বৰ চাহাবৰ আগত দিহিঙৰ সাজতোলাক কেনেদৰে সম্মান কৰিছিল, তাৰ পৰাই বৰুৱাৰ স্বাধীন চিতীয়া ভাৱৰ প্ৰমাণ পোৱা যায়।

আনন্দৰাম বৰুৱাই বিনামূল্যে কাৰোপৰা কোনো বস্তুকে গ্ৰহণ নকৰিছিল। কোনো লোকে তেনেদৰে দিলেও দিওঁতাক উচিত মূল্য দিহে সেই বস্তু লৈছিল। "আসাম নিউজ"ৰ সম্পাদক কালিৰাম বৰুৱাই "ৰিপুঞ্জয়" নামেৰে এখন কিতাপ ছপাই বৰুৱালৈ বিনামূল্যে এখন পঠাই দিছিল। তেতিয়া বৰুৱাই ভায়েক পোনাৰামলৈ লিখি পঠালে যে, কালিৰাম বৰুৱাৰ কিতাপৰ বেচ ১।০ সিকি দি এখন ৰচিদ লৈ বৰুৱালৈ পঠাব। কালিৰাম বৰুৱাই পোনাৰামৰপৰা এই চিঠিৰ কথা জানি টকা লৈ ৰচিদ দিবলৈ বাধ্য হল।

বৰুৱাদেৱে কামৰপৰা অৱসৰ লৈ আত্মীয় স্বজনৰ সৈতে একেলগে থাকিম বুলি বৰ আশা কৰিছিল। সেই উদ্দেশ্যেই ভায়েকহঁতক গাঁৱৰ মাজৰ পৰা উঠি আহি ব্ৰহ্মপুত্ৰৰ পাৰৰ পৰ্ব্বতৰ ওপৰত ঘৰ সাজিবলৈ উপদেশ দিছিল।

বৰুৱাই সাহিত্য চৰ্চ্চাতে গোটেই জীৱন নিয়ালে। তেখেতৰ ছাপাখানা আৰু পণ্ডিত সভাৰ বাহিৰেও বেতন দি

ঠায়ে ঠায়ে পণ্ডিত “এজেণ্ট” নিযুক্ত কৰিছিল। সেই পণ্ডিত সকলে সংস্কৃত সাহিত্যৰ কোনো খবৰ-বাতৰি আৰু পুৰণি পুথি আদি বৰুৱালৈ পঠাইছিল। ইয়াৰ উপৰিও ভাৰতৰ সংস্কৃত কলেজ বিলাকৰ হাতে লিখা পুথিৰ আলোচনা কৰিবলৈ সকলো প্ৰদেশৰ কৰ্তৃপক্ষই তেখেতক সুবিধা দিছিল, বৰুৱাৰ সাহিত্য চৰ্চ্চাত ভাৰত আৰু প্ৰাদেশিক গবৰ্ণমেণ্টে সহায় সহানুভূতি দেখুৱাইছিল।

ইংৰাজী ৰচনাতো বৰুৱাদেৱ সিদ্ধহস্ত আছিল। এনে সহজ ভাষাত ইংৰাজী লিখিছিল যে বৰুৱাই লিখা ইংৰাজীৰ অৰ্থ কৰিবলৈ এবাৰতকৈ বেচি পঢ়িব নেলাগিছিল। গ্ৰীক আৰু লেটিন ভাষাও বৰুৱাই সুন্দৰভাৱে জানিছিল। তেখেতৰ ৰচিত সংস্কৃত পুথিবিলাকত এই চুই ভাষাৰ ৰিজনি কৰি দেখুৱাই।

বহুতৰ মনত এনে ধাৰণা আছে যে, আনন্দৰাম বৰুৱা এজন অসমীয়া হৈও অসমৰ একো উপকাৰ কৰা নাছিল। এই ধাৰণা তেনেই অমূলক বুলি ক'ব পাৰি। কাৰণ ৩৯ বছৰীয়া এজন ডেকাই সংস্কৃত সাহিত্যত নিজকে অৰ্পণ কৰি যি অমূল্য ৰত্ন দি গল তেনে কাম বহুতৰ গোটেই জীৱনতে সম্ভৱ নহল হেতেন। সেই সংস্কৃত সাহিত্যত লাগি থকা বাবেই অসমৰ উন্নতিৰ বাবে কাম কৰিবলৈ অলপো আহৰি নেপাইছিল। যিজনে এবাৰ মাথোন সংস্কৃত সাহিত্যৰ সোৱাদ পাইছে, সেইজনে সহজে তেনে সোৱাদ এৰিব পৰাও সম্ভৱপৰ নহয়। সংস্কৃত সাহিত্যৰ সোৱাদ লবলৈকে ২য় বাৰ বিলাত পাই

আহিলগৈ। এনে সংস্কৃত সাহিত্য দেৱভাষাৰ মহিমা। কাৰ্য্যৰ অন্তত বুঢ়াকালটো অসমতে কটাই অসমৰ উন্নতিত লাগিবলৈ আগৰে পৰা সকলো যোগাৰ কৰি লৈছিল, কিন্তু ঈশ্বৰে অসমৰ উন্নতি সহিব নোৱাৰি তেখেতক অকালতে হৰি নিলে। সেই বাবেই অসমৰ ভাগ্যত বৰুৱাৰ উন্নতিমূলক কাৰ্য্যৰ ভাগ নপৰিল।

অসমীয়া সাহিত্যৰ উন্নতিৰ হকে বৰুৱাই যদিও সময় নেপাইছিল, তথাপি তেখেতৰ সংস্কৃত গ্ৰন্থবিলাকত অসমৰ বিষয়ে বহুত কথাই উল্লেখ আছে। ইংৰাজী শব্দৰ উপশব্দ সংস্কৃতত নেপালে তেনে ঠাইত অসমীয়া শব্দহে ব্যৱহাৰ কৰিছিল। সংস্কৃত পুথিত কোনো ঠাইত অসমৰ কিবা কথা পালেই তাক ভালদৰে ব্যাখ্যা কৰিছিল।

সাত সাগৰ তেৰ নদীৰ সিপাৰৰ মানুহে বহুতেই সেই সময়ত অসমৰ বিষয়ে একোকে নেজানিছিল। সেই অসম আইৰ সুসন্তান আনন্দৰামে জগতৰ আগত নিজ মাতৃভূমিৰ সন্মান ৰক্ষা কৰি অসমৰ সুনাম অৰ্জ্জন কৰাটোও অসমৰ পক্ষে কম গৌৰৱৰ কথা নহয়। বৰুৱাদেৱেই আছিল অসমৰ ১ম বি-এ, ১ম চিভিলিয়ান আৰু ১ম বেৰিষ্টাৰ।

বৰুৱাৰ যি একাগ্ৰতা গুণ আছিল, সেইগুণৰ বলতেই এনে দায়ীত্বপূৰ্ণ চাকৰিত থাকিও সংস্কৃত সাহিত্যৰ মহৎ উপকাৰ সাধন কৰি গল। বহুতৰ মুখত শুনা যায় “কাম কৰিবলৈ সময়ৰ অভাৱ।” কিন্তু বৰুৱাৰ খন্তেকীয়া জীৱনৰ মহৎ কামে সেই কথা অমূলক বুলি প্ৰমাণ কৰি থৈ গল।

এনেবিলাক সজগুণৰ কাৰণেই ৺আনন্দৰাম বৰুৱাক জগতৰ প্ৰত্যেক জাতিয়েই নিজৰ বুলি দাবি কৰিছে। এনে মহা পুৰুষৰ জীৱনীয়ে নতুন নতুন আনন্দৰাম বৰুৱাৰ জন্ম দি অসম নামৰ সাৰ্থক কৰিব।

২৮ অক্টোবৰ ১৯৩৭ চন।

—অন্ত—